# বিধৱা



## মথুৰা ডেকা

গণ সাহিত্য প্ৰকাশ ভবন : গুৱাহাটী

বিধৱা বুলিলে বামুনৰ বিধৱাৰ কথাই প্ৰথমতে আমি ভাবো। কলিতা বামুন গোসাই শূদ্ৰ আদি সকলো সম্প্ৰদায়তে বিধৱা আছে। বিধৱা সকল সমাজৰ দ্বাৰা নিপীড়িত এটি জাতি। বিধৱাৰ অৱস্থা বা বৰ্ণনা বৰ দুখ লগা।

বিধৱাৰ শ্ৰেণী দুটা। এটিয়ে নিৰ্য্যাতন নিপীড়ন অকাতৰে ভোগী নিজৰ জীৱনটোক ধিক্কাৰ দি আজীৱন কটায়, আনটোৱে সমাজ চেদেলি ভেদেলী কৰি সমাজক অৱশ কৰি তোলে। 'বিধৱাত' তেনে ধৰণৰ বিধৱাৰে কাহিনী বৰ্ণনা কৰা হৈছে। চকুৰে দেখা কানেৰে শুনা দৃশ্যকে অৱতাৰণা কৰা হ'ল চৰিত্ৰ প্ৰকাশত কেনে হ'ল নেজানো। সেইটো পঢ়োতা সকলৰ ভাগত।

* * *

* * *

অৰুণ কলিতা, প্ৰভাত কলিতা, দেবেন গোস্বামী, তুলসী শৰ্মাই বিধৱাৰ ছপা কৰা যাৱতীয় কামত সহায় হোৱাত ধন্যবাদ জনালো।

ননৰা
১১।১১।১৯৫৩

**মথুৰা ডেকা**



# বিধবা

পুৱতি নিশা, জীৱকান্তই শেষ নিশ্বাস পেলালে। গহীন পুৱতি নিশা কান্দোনৰ ৰোল উঠিল। পুৱাৰ মজ গঞালোকৰ নহল। উস্-ৰাম-নাৰায়ণ স্মৰৰি জীৱকান্তৰ ঘৰলৈ এজন এজনকৈ সকলো বোৰ মানুহ আহিল। চকুলো পেলালে। জীৱকান্তৰ গুণাগুণৰ কথা নানাজনে নানাভাবে কৈ গ'ল। জীৱকান্তৰ ঘৈণীয়েকৰ কান্দোন দাবীলৈ আগ-বাঢ়িল।

কান্দিয়ে থাকিল। কান্দোনৰ অৰ্থলৈ নেচালে। গঞাৰ তিৰোতা সকল আহিল। দুখৰ হুমুনিয়াহ পেলালে, চকুলো টুকিলে। সহানুভুতি-সূচক কান্দোনৰ বিননি তুলিলে। ...দিনৰ দিন অবিৰাম এজনৰ পিচত এজন দুখমনে আহিছে, চকুলো পেলাই গৈছে।......আজি বহিবলৈ আসন নাই, তামোল-তামাখু নাই। মাথো সকলোৰে গভীৰ হুমুনিয়াহ। পুৱা গ'ল, দুপৰ হল। সিও গ'ল—সন্ধিয়া আহিল। সিও নাইকিয়া হল। ৰাতিৰ গহীনতা আহি পৰিল। লেখৰ এটা ৰাতি, এটিমাথো বিননি আৰু কাৰো ক'তো ৰাইকৈ নাই। লৰাছোৱালীৰ চিঞৰ বাখৰ, গৰু গাইৰ হেম্বেলনী সকলো নিজম পৰিল ; যেন ই গাওঁ নহয়, ইয়াত কাৰো বসতি নাই, চৰবাৰীৰ মুৰৰ গহীন

শ্মশান। বনলতা, গছ-গছনি সকলোৱেই যেন গভীৰ নিশ্বাস পেলাইছে। এটা গছৰ পাতো লৰা নাই। ৰাতি হৈ আহিল। ঘৰখনৰ সকলো-বোৰে দিনৰ দিন কন্দা কতাৰ পিচত ভোকে ভাগৰে লাল কাল দিলে। জীৱকান্তৰ ঘৈণীয়েকৰ দীঘলীয়া বিননিৰ সুৰ আৰু মাজে মাজে, ফেচাৰ 'নিউ-নিউ' শব্দই ৰাতিৰ এন্ধাৰক আৰু ভয়াবহ গহীনতালৈ নিলে।

* * * *

সচাঁকৈ তোমাৰে যদি স্রজন এটি পল মানো তুমি সুখ নিদিয়া কিয় ? মানুহৰ দুখ কান্দোন চাই তুমি জানো সুখী হৈছা ? মানুহক দুখ যাতনা দিয়াই যদি তোমাৰ কামনা তেন্তে কিয় জন্ম দিছা ? জন্ম পোৱাৰ দিন ধৰি কান্দোনৰ মাজেদি জীৱন নিয়াব লাগে, কান্দোন জীৱনত শেষ নহয়। তোমাৰে যদি স্রজন, মানুহক যাতনা বিহি তুমি নিৰাকাৰ বেশ ধৰি কি খেলা চাইছা ? অনাদি অনন্ত কালৰ পৰা খেলা চাই তোমাৰ আমনি নেলাগিলনে ? ই তোমাৰ সৃজন নহয়! মানুহ মানুহৰে সৃষ্টি। তোমাক মাথো আমি উপায়হীনহৈ থিয়াই আছো ?

* * * *

জীৱকান্তৰ মৃত্যুৰ সময়ত দুজন লৰা আছিল। এজনৰ আঠ বছৰ, আনজনৰ ছবছৰ। ঘৈণীয়েকজনী দ্বিতীয় সংসাৰৰ। জীৱকান্তৰ সৰু ভায়েক এজন আছিল। দুয়ো ভাই ককাইৰ মিলাপ্রীতিৰ মাজত সিহঁতৰ পৰিয়াল চলিছিল।

জীৱকান্তই চকু মুমুদালৈকে সৰু ভায়েক মধুনাথে দায়িত্বহীন হৈ চলিছিল। তাৰ ওপৰত কোনো দায়িত্ব পৰা নাছিল। ককায়েকৰ মতে সি চলি গৈছিল। দৈনন্দিন কাম খিনি কৰি আহৰি সময়ত তাৰ

ফুৰা চকাই কাম। উচ্চ শিক্ষা নেপালেও সংসাৰত চলিব পৰা জোখত শিক্ষা পাইছিল। ককায়েকৰ অবাধ্য কোনো দিনে নহৈছিল।

মাইনৰৰ শিক্ষা সাঙ কৰি জীৱকান্ত নগৰলৈ গ'ল চাকৰি বিচাৰি। ঘৰৰ অৱস্থা ভাল নাছিল। এখন হালৰ মাটিহে আছিল। ঘৰৰ দায়িত্ব পিতাকৰ হাতত চমজাই সি চাকৰি কৰিলে। গৃহস্থী উঠোতে বেচি পৰ নেলাগে। দহবছৰ চাকৰি কৰি ঘৰৰ আৰ্থিক অৱস্থা বেচ মাতস্বৰী কৰি তুলিলে। মাটি সম্পত্তি যথেষ্ট হল।... ইতিমধ্যে তাৰ পিতাক ঢুকাল। সি চাকৰি এৰি ঘৰত বহিলহি।..... চাকৰি কৰাৰ ছবছৰ পাৰ হও নৌহওতেই জীৱকান্তৰ প্ৰথমা ঘৈণীয়েক প্ৰসূতীত ঢুকায়। ঘৈণীয়েকৰ মৃত্যুৰ পৰা তাৰ মন এন্ধাৰ।

ঘৈণীয়েকৰ ওপৰত তাৰ অত্যাচাৰ চলে অবাধে। প্ৰত্যেক ক্ষেত্ৰতে সি খুত ধৰে, লগে লগে, ভুকু চৰ সোধায়। পুৰুষৰ স্ত্ৰীৰ ওপৰত অত্যাচাৰ কৰা নহয়। নিজৰ স্ত্ৰী বুলিহে মাৰে। তথাপি ঘৈণীয়েকে কথাৰ প্ৰত্যুত্তৰ নতুবা প্ৰতিবাদ নকৰে। বিয়াৰ হোমৰ গুৰিতে প্ৰজাপতিক সাক্ষী কৰি তাইৰ দেহটোক জীৱনভৰ সপি দিছে। বিপদে আপদে স্বামী, স্বামী বিনে কোনো নাই। অসহ্য বেদনা যেতিয়া তাই ভুগিব লগা হয়, নীৰবে চকুলো টুকি যায়। আনৰ আগত প্ৰকাশ নকৰে। অকল স্বামীৰ অত্যাচাৰে নহয় শাহুৱেকৰ নিৰ্য্যাতনো সহিব লগা হৈছিল। এনে এটি দিন নাই, যি দিনত তাই গালিশপনিৰ পৰা ৰাহি পাইছিল। দোকমোকালিতে বিচনা পাতি এৰাৰে পৰা পধাক ৰাতি বিচনাত পৰালৈকে, প্ৰত্যেকখন বনতে তাইৰ খুত ধৰে। হকে নহকে শাহুৱেকে গালি পাৰে। তাইক গালি পাৰিয়েই নেৰে, তাইৰ সাতাম পুৰুষক ধৰি সপে। সপ্তাহৰ মূৰত যেতিয়া গিৰিয়েক আহি পায় তেতিয়া শাহুৱেকে পুতেকৰ আগত

বোৱাৰীয়েকৰ দোষাদোষ চাৰি আযাৰ বঢ়াই কৈ কিল সোধায়। মাজে সময়ে ভাতৰ পৰাও বঞ্চিত কৰি মনত তৃপ্তি লভে 'মাছে গৰকা পাচলি খাবা শাহুৱে গৰকা বোৱাৰি বাবা', কথাষাৰৰ সত্যতা ৰক্ষা কৰিছিল।......কাম কাজত তাই নিখুত আছিল, হাত দুখনৰ আহৰি নোহোৱাকৈ কামৰ পিচত কাম কৰি যায়। শাহুৱেক, গিৰিয়েকৰ অত্যাচাৰৰ প্ৰতিবাদ নকৰাকৈ নিজৰ জীৱনকে ধিকৃকাৰ দি চলি যায়।

ঘৈণীয়েকৰ মৃত্যুৰ পিচত জীৱকান্তই ঘৈণীয়েকৰ মৰ্ম্ম বুজিলে। তাৰ প্ৰতি থকা মৰম, স্নেহ, ভক্তিয়ে তাক তাপিত কৰিব ধৰিলে। ঘৈণীয়েকৰ প্ৰতি কৰা ব্যৱহাৰ-অত্যাচাৰ তাৰ মনত ভাহি উঠিল। অকলে, সি কান্দে। ঘৈণীয়েক মৰিল হাড়ছাল মাটিৰ লগত মিহলি হৈ গল। কিন্তু তাৰ মনৰ পৰা ছবি মাৰ নগ'ল।......সি এতিয়া ভাবে—কিয় সি ঘৈণীয়েকক মাৰিছিল, কিয় সি মৰম নকৰিছিল......। শোকত সি বিহ্বল হৈ পৰে।

দ্বিতীয় বাৰ বিয়া হল। হোমৰ গুৰিত বহোতে তিৰোতাসকলৰ 'তিৰিমৰা বৰ' গীত শুনি সি জয় পৰি গল। এটি গভীৰ হুমুনিয়াহ পৰিল।......

*  *  *  *

দ্বিতীয়া পত্নীৰ লগত দিন নিব ধৰিলে। প্ৰথমাৰ ছবি কিন্তু মমচা নগল। দ্বিতীয়া পত্নীক মৰমৰ চকুৰে চায় যদিও তাৰ অন্তৰৰ কলা দাগ কেচুৰ ৰসৰ নিচিনা কৈ এন্ধাৰ মনত জ্বলি উঠে। গালি, তিৰস্কাৰ আৰু আন আন অত্যাচাৰৰ পৰাও দ্বিতীয়া পত্নীয়ে সকাহ পালে।

ক্ৰমাত মাহৰ পিচত মাহ যোৱাত ন বোৱাৰীয়ে পুৰণিৰ ঘৰ পাতিলে। নিজৰ প্ৰতিভা বিকাশত লাগিল। প্ৰথমৰ ঘৈণীয়েকক

গালি শপনি সি পাৰিছিল। এতিয়া, দ্বিতীয়া ঘৈণীয়েকে তাক গালি তিৰস্কাৰ কৰে। সি কালকে ধিয়াই গ'ল।...জীৱকান্তৰ জীৱনত পৰিবৰ্ত্তন আহে। ঘৈণীয়েকক একোৱে নকৈছিল। সময়ৰ সোতত বাধ্য হৈ সি ঘৈণীয়েকৰ প্ৰায় কথাই শুনিছিল। দহি যোৱা অন্তৰৰ উদাৰতাত ঘৈণীয়েক চাৰুৰ চৰিত্ৰই তাক অসহনীয় কৰি তোলে। বাধ্য হৈ সি নিমাত হয়।

চাৰু কাম বনত ভাল নাছিল। তাইৰ মুখ মাকৰ ঘৰতে চোকা। গিৰিয়েকৰ মৰম আদৰ পাই মুখ দুগুণে চোকা হ'ল। দিনৰ দিন ঢোৰা কাউৰীৰ দৰে ৰকৌৰকৌকৈ থাকে। শাহুৱেকৰ স্বভাৱৰ লগত তাইৰ স্বভাৱ এক গোত্ৰ হোৱাই কেটেৰা জেঙেৰা মাতেৰে দিনৰ দিন তৰ্ক বিবাদ চলিয়ে থাকে। পুতেক ঘৰলৈ আহিলে মাকে বোৱাৰীয়েকৰ গুণানুকীৰ্ত্তন কৰে তাইৰ অনুপস্থিতিত। তাৰ অতীত মনত পৰে, নীৰৱ নিস্তব্ধ হৈ বহি পৰে। শাহুৱেকৰ মৃত্যুৰ পাচত ঘৰৰ বৰডেকেনী তাইয়ে হ'ল। তাইৰ ক্ষমতা বাঢ়িল। চুবাখনৰ তাইৰ কোঢ়ালত শান্তি হেৰাল। ইজনীৰ পিচত সিজনীৰ লগত মুখ চুপতি লাগিয়ে থাকিল। আজি এপাত পাণ বাৰীৰ পৰা চাই নিয়াৰ কাৰণে, কালি বা বেৰা ভঙাৰ কাৰণে । লাহে লাহে তাই তিনিটা সন্তানৰ মাক হ'ল। মাতৃত্বৰ দায়িত্বত ক্ৰোধ, ঈৰ্ষা, হিংসা বাঢ়ি গ'ল।

চুবুৰীৰ ভিতৰত সম বয়সীয়া লৰা ছোৱালীবোৰ লগ হৈ বালিভাত, দৰা-কন্যা সাজি বিয়াপাতি উমলে। সিহঁতৰ অন্তৰত নাই হিংসা, ক্ৰোধ, লোভ । সিহঁত উদাৰ। খেলি থাকে, তাৰে মাজতে মৰা মৰিও লাগে। মাৰ খোৱা জন কান্দি ঘৰ পায়গৈ। আকৌ পাহৰি যায়, খেলিবলৈ আহে। খেলায়ে সিহঁতৰ কাম।...চাৰুৰ

লৰাক যদি কোনোৱে টিকিলাও মাৰে তেতিয়া তাই ৰণচণ্ডী মূৰ্ত্তি ধৰি অবোধ শিশুৰ ওপৰত প্ৰতিশোধ লবলৈ আহে। লৰাক নেপাই মাক পিতাকৰ চৈধ্য পুৰুষৰ শৰাধ কৰে। চুবুৰীৰ প্ৰত্যেক-জনীয়ে তাইৰ লগত চুলিয়া চুলি কৰিলে।...লৰাই লৰাক মাৰিলে। মাৰ খোৱা জন কান্দি গল, মাৰোতাজন পলাল। মাকহঁতৰ এই লৈ মহা কন্দল লাগি পৰিল। কন্দল শেষ নৌ হওতেই পুনৰ সিহঁত আহি আগৰ ধুলিৰে দৌল সজাই উমলাত লাগে।...মাকহঁতে কিন্তু এইটো লৈ নেচায়। সিহঁত ব্যস্ত, কিয় তাইৰ লৰাই তাইৰ লৰাক মাৰিব!

শাহুৱেক, মৰাৰ পিচত সিহঁতৰ ঘৰলৈ চুবুৰীৰ তিৰোতাবোৰ পাৰোতে নহা হ'ল। অতিশয় দৰ্কাৰ নহলে কোনো নাহে। তথাপি চাকৰে কিবা এটা সূত্ৰলৈ জগৰীয়া কৰি মুখ শুচি কৰেগৈ। জীৱ-কান্তৰ মাক মৰাৰ পিচত পিতাকৰ দিনবোৰ বৰ দুখৰ মাজেৰে যাব ধৰিলে শহুৰেকৰ প্ৰতি তাইৰ বিচাৰ নাই। কেতিয়াবা অনাহাৰে শুই থাকে। বুঢ়াই বুঢ়া বয়সত দুখ পোৱা গতিকে কপালকে দোষে।

বুঢ়াই লৰালিৰ পৰা কেকোৰা নাঙলত ধৰি তেজক পানী কৰি মূৰৰ ঘাম মাটিত পেলাই লৰাক পেটৰ ভাত দি ডাঙৰ কৰিলে। নিজৰ মাটি চহ কৰি আধিয়া মাটি চহাই বছৰৰ ভাত মোকোলায়। বছৰৰ জিৰণি দিন কেইটা আধিয়া মাটিৰ মালিকৰ ঘৰত হাড়ভঙা খাটনি খাটে। জীৱকান্ত যেতিয়া ডাঙৰ দীঘল হ'ল, গৰু কেইটা ৰাখিব, পথাৰলৈ জলপান লৈ যাব পৰা হ'ল, বুঢ়াৰ শৰীৰত জীপ আহিল। জীৱকান্ত চাকৰিত সোমাল। দিন মুকলি হ'ল। গৃহস্থীৰ ক্ৰমাত উন্নতি হব ধৰিলে। সেইখন গৃহস্থী আজি পুনৰ এজনী তিৰোতাৰ দৌৰাত্ম্যত গৃহস্থীৰ যি জীপ আহিব

ধৰিছিল, মাহুহ হেন লক্ষ্মী গৃহস্থা বুলি চাপিছিল আজি সিও বাটৰ পৰা মুখ কোচাই যাব লগাত পৰিল। হাড় ভগা খাটনি খাটি যি গৃহস্থী গঢ়ি তুলিলে, আজি সিও ব্যৱহাৰত, কেটেৰা মাতত, অনাহাৰত দিন নিয়াব লাগে।...তাই সিহঁতৰ তেজৰ সম্বন্ধৰ নহয় তাইৰ কোনো অধিকাৰে নাই তত্ৰাচ আজি তায়েই এনেখন গৃহস্থীত জুই জলালে। জীৱকান্ত ঘৰত বহাৰে পৰা, মধুনাথৰ ওপৰত যাতে বৌয়েকৰ অত্যাচাৰ নপৰে তাৰ বাবে সাবধান হৈছিল। বৌয়েকৰ অত্যাচাৰ মধুনাথ আৰু ঘৈনীয়েকৰ ওচৰত বাঢ়ি যায়। মধুনাথ দুপৰীয়া খোৱাৰ পৰত আৰু ৰাতি ঘৰত থাকে। তাৰ বাহিৰে বাকী সময় পথাৰে বাৰীয়ে কামত থাকে। কাম বন নেথাকিলে ই ঘৰ সি ঘৰ ফুৰে। ঘৈণীয়েক কামৰ তিৰোতা। বিনা কামে তাই নেথাকে। কামবনতো পাৰ্গত। মাজে সময়ে প্ৰতিবাদ কৰে যদিও বিশেষ নহয়। তাই ভাবে গালি পাৰোতে যেতিয়া মুখৰ বিষ ধৰিব এনেয়ে এৰিব। গালিৰ একোৰ বাঢ়িহে যায়। জীৱকান্তই ঘৈণীয়েকৰ ব্যৱহাৰত বিৰক্ত হয়। সাবধান কৰি দিয়া সত্ত্বেও তাইৰ মুখ বন্ধ নোহোৱাত জীৱকান্ত নিৰুপায় হ'ল। সি সৰু ভায়েকক বুজায় "তই বৌয়েৰৰ কথাত খং নকৰিবি। তাই এনে দাহিয়া, নমৰালৈ মাৰিয়ে থাকিব লাগিব। বৌয়েৰৰ ওপৰত প্ৰতিকাৰ লব যোৱা মানে ঘৰখন ইমানতে ভঙা হব।"

মধুনাথে সৰলালৈ কিবা আনি দিয়ে—হয় গহনা পাতি নতুবা কাপোৰ কানি, বৌয়েক অসহনীয় হয়। চাকুৱে ভাল পায় আৰু তাইৰ কামনা মধুনাথ আৰু সৰলাক তাইৰ দাস কৰি লোৱা। তাইৰ ওচৰত সিহঁত চলিব লাগিব দাসৰ নিচিনাকৈ। তাইৰ কাহিত এৰাখিনিৰ বাহিৰে যেন একোৱে সিহঁতক নিদিব। তাইৰ ছিৰা কাপোৰখিনি যেন সৰলাক পিন্ধাব এনেকুৱাই তাইৰ মনৰ

ভাব। ককায়েকে নোকোৱাৰে মধুনাথে ঘৈণীয়েকক একোকে আনি নিদিয়ে। জীৱকান্তই সবলাক ভাই বোৱাৰীয়েক হিচাবে ভাল পাই মৰমৰ চকুৰে চায়। চাকৰে ধৈৰ্য্যচ্যুতি হৈ গিৰিয়েকক সবলাৰ প্ৰেমত মুগ্ধ হোৱা, সবলা নহলে থাকিব নোৱাৰা ইত্যাদি বহু ধৰণৰ বিভৎস গালি পাৰে। সবলাই প্ৰথমতে তাইৰ হুকুম শিৰোগত কৰি যি কয় তাকে শুনি গৈছিল। তাইক সুখী কৰিবলৈ তাইৰ কাম-খিনি উপযাচি কৰে। সবলাৰ কামত আচলতে চাকৰে চিদিৰ উলিয়াব নোৱাৰে, তথাপি চাকৰে গৃহকৰ্ত্তী হৈ চিদিৰ ধৰে। সবলাই দেখিলে, জায়েকৰ মনত তাই একো কৰিয়ে সুখ দিব নোৱাৰে। তাইৰ এই বোৰ বৃথা চেষ্টা। গতিকে নিত্য নৈমিত্তিক কামখিনি কৰি যায়। ভালৰি লগাবলৈ গৈ দেহা মৰা ভক্তি এৰি পেলালে।

চোতালত মাৰণ পেলাইছে। ককায়েকে মাজে মাজে গৰু খেদে, মাজে মাজে মধুনাথে গৰু খেদে। এজনে উখনিৰে জোকাৰে। মাৰণ ফুৰোৱা হও নহওতেই বৌয়েক লাগিল গালি শপনিত। তিৰোতাৰ মাজত মৌলিক চলি অহা যত শব্দ বাক্য আছিল একালৰ পৰা আওবাই গ'ল।

মধুনাথ অসহনীয় হৈ উঠিল। উখনিৰে বৌয়েকলৈ চোচা দিলে। ভয়ত ৰান্ধনী ঘৰৰ ভিতৰ সোমাই চিঞৰ বাখৰ লগাই দিলে। আখাত পানী ঢালি সেই দিনাৰ অভিনয় সিমানতে সামৰণি পেলাই শুই থাকিলহি। মাৰণ শেষ হ'ল! ভাত পানী নৰন্ধা দেখি জীৱকান্তই ঘৈণীয়েকক ভাল দৰে পিটনি দিলে। সি এনে দৌৰাত্ম্যৰ তিৰোতাৰ লগত সঙ্গতি নকৰো বুলি দৃঢ় হ'ল। কোবত মাত বন্ধ হ'ল। দৌৰি গৈ মধুনাথে ককায়েকক টানি আনিলে। অৱস্থা বিষম যেন পাই মধুনাথে মূৰত তেল পানী দি চেতনা আনিলে।

বোৱাৰীয়েকক ভাত ৰন্ধাৰ হুকুম জাৰি কৰি খঙতে তাইৰ কাৰ্য্য-

লীলা বর্ণাই চকুলো টুকিলে। ভবিষ্যতেও বোৱাৰীয়েকক ভাত ৰন্ধাৰ নির্দ্দেশ দি খাই বৈ সকলো শুই থাকিল। . কুকুৰ চাই টাঙোন পৰাত তাই ঠাণ্ডা হ'ল। দোষাস্থ্য কিছু কমিল।

জীৱকান্তই বোৱাৰীয়েকৰ কোনো কথাতেই ত্রুটী পোৱা নাছিল। মাজে সময়ে সুযোগনে কৰা অতিশয় পৰিশ্রমৰ কাৰণে বোলা বুলি কৰিছিল। ককায়েকৰ মৰমত মধুনাথে বৌয়েকৰ কদর্য্য ব্যৱহাৰ পাহৰি যায়। মধুনাথৰ লৰা এটি উপজিল। জাঁয়েকৰ সন্তান জন্মৰ পৰা চাৰুৰ ঈর্ষা। তাই মুখেৰে একো কব নোৱাৰে। তাইৰ ভয়, জানোচা তাইক এৰি দিয়ে। প্রথম ঘৈণীয়েক মৰাৰ কাৰণে, তাৰে মনৰ দুখত যে তাইৰ ওপৰত গিৰিয়েকে কোনো প্রতিবিধান নলৈ মনে মনে থাকিছিল, এই কথা তাই ভাল দৰে বুজিলে। মাৰ-খোৱাৰ আগমুহূর্ত্ত লৈ তাইৰ ধাৰণা আছিল গিৰিয়েকে তাইক অতিশয় মৰম কৰে। মৰমৰ কাৰণে তাইক একো নকৈছিল। এই ভুল তাই বুজি পালে। পিটনি খাই চেতনাপালে। চণ্ডী মূর্ত্তি সাম্য কৰিলে। স্বভাৱ কত যায়! কুকুৰৰ নেজত যিমানে ঘিঁৰে সেক নিদিয়ক সি পোন নহয়। প্রকাশ কৰিব নোৱাৰি মনৰ হিংসা ক্রোধ মনতে মাৰ খেদাব লগীয়া হোৱাই চট্‌ফটাই থাকিল। তাই নতুন পাঙ পাতিলে। গিৰিয়েকক সন্তুষ্ট কৰি তাইৰ ফলীয়া কৰিবলৈ ঘৰৰ ভাল জিনিচ খুৱাব ধৰিলে। কাণৰ কাষত মধুনাথৰ বিপৰীতে নানা কথা কব ধৰিলে। মধুনাথৰ ওপৰত যদি কঢ়া শাসন নচলাই তেনেহলে সিয়েই যে সিহঁতৰ সমষ্ট সম্পত্তি গ্রাসিব, সিহঁতৰ ভাগলৈ যে একোৱে নেৰিব, তাই সেইবোৰকে কৈ যায় থাকে। ...তাই কৈ যায় থাকে কিন্তু তাৰ কোনো আষাৰ গাত নধৰে। একাণেৰে শুনে আন কাণে ওলাই যায়।

সন্তান ওপজাৰ পৰা সৰলাৰ বেমাৰ। এমাহ দুমাহ নহয় প্ৰায় দেড় বছৰ কাল। বাধ্য হৈ কামবন কিছু কৰে যদিও পুনৰ বিচনাত পৰে। শুশ্ৰূষা, চিকিৎসা নিজ হাতে ভাই শহুৰেকে কৰা নাই যদিও ওজা বৈদ্য, কবিৰাজ লগাইছিল, আৰু মধুনাথক দিহা ভৰষা দিছিল। সৰলা কামবনৰ পৰা আতৰি থাকিব লগা হোৱাত ঘৰখন কোনো চিজিলত নেথাকিল। বাৰীবন—ঘৰমোচা, চোতাল সৰা বাহী পৰিল। সুখ নাইকীয়া হল।..সকলো খিনি কাম চাৰুৰ মূৰৰ ওপৰত পৰাত গঙাটোপৰ নিচিনা ফিকি উঠিল। সৰলাক দিন ৰাতি ধিকৃকাৰ দি থাকিল। সৰলাই যে বাদী কৰি বেমাৰ উলিয়াইছে এইবোৰকে তাই কৈ গ'ল। জঁায়েকৰ দাহত, তায়ো বাদী কৰি ইবিধৰ পিচত সিবিধ বেমাৰ উলিয়ায়। অত্যাচাৰৰ কোব আৰু বাঢ়িল।...

জীৱকান্তই মধুনাথৰ কেচুৱাটিৰ কাৰণে গাখীৰ আটাইখিনিয়ে মঞ্জুৰ কৰিলে। নিজৰ পেটৰ সন্তানকে খুৱাব এৰি তাই জঁায়েকৰ সন্তানক এটোপ গাখীৰ দিয়াতো ঘোৰ আপত্তি। চাৰুৰ উদ্ভণ্ডালিত জীৱকান্তই অসহ্য হৈ ভাল গেমেহা ভুকু সোধালে। চাৰুৰ উদ্ভণ্ডালি হলে নেথামিল। তাই এতিয়া বেচ বুজিছে জীৱকান্তই অসহকৈ মাৰিলেও তাইক এৰি নিদিয়ে। বাধ্য হৈ জীৱকান্তই নিজেই গাখীৰ আনি কেচুৱাক দিয়ে।

চাৰুৰ মনত ধাৰণা হৈছিল যে জীৱকান্তই সৰলাক ভাল পায়। নহলে তাইৰ কাৰণে এনেকৈ যতন নকৰে। সৰলাই কামত টান পালে জীৱকান্তৰ গাই কিয় নসহে? তাইৰ বেমাৰ হৈছে। গিৰিয়েক থাকোতে সি কিয় চটফটায়? নিজৰ সন্তানৰ মুখৰ পৰা কাঢ়ি নি তাইৰ সন্তানক কিয় দিয়ে? এনে ধৰণৰ বহু প্ৰশ্নই তাইৰ মনত জাগিল। নিজৰ ঘৈণীয়েক থাকোতে সৰলাই কিয় তাইৰ গিৰিয়েকৰ

আলপৈচান ধৰে ? চাৰুৰ মনত এইবোৰ দকৈ বহিল। গিৰিয়েকক সৰলাৰ পৰা আতৰাই আনিবলৈ গালি ধিকৃচাৰ কৰিলে ; সৰলাৰ প্ৰতি অসৎব্যৱহাৰৰ ব্যৱহাৰ কৰিলে। একোতে ফল নধৰাত সৰলাৰ চৰিত্ৰত কলঙ্ক সানি মধুনাথৰ ওচৰত গোচৰ দিলে। মধুনাথে চাৰুৰ কথা কোনো দিনে কাণপাতি নুশুনিছিল, এতিয়াও নুশুনিলে। মধুনাথ ঘৰুৱা, পাৰিবাৰিক সমস্যা সমূহৰ পৰা সদায় বাহিৰ।

চাৰুৱে জীৱকান্তৰ পৰা সন্তোষ পোৱা নাছিল। তাইৰ যেতিয়া যৌবন কাল, জীৱকান্তৰ আদ বয়স। জীৱকান্তই যৌবন প্ৰথমা স্ত্ৰীৰ লগতে পাৰ কৰিলে। মনৰ চিন্তা আৰু অশান্তিয়ে যৌবন ৰাগিক লোপ পেলাইছিল। চাৰুৱে যৌবন উপভোগ কৰিবলৈ নোপোৱাত তাই পিপাতুৰ হ'ল। মধুনাথৰ কাষ চপাত সিও আতৰিল। এবাৰ নহয় বহুবাৰ তাই মধুনাথৰ কাষ চাপে। মধুনাথে তাইৰ চৰিত্ৰৰ গম পাই, তাইৰ কাষৰ পৰা সি চাট্ কৰে আতৰি যায়। চাৰুৰ প্ৰতি তাৰ কোনো বিদ্বেষ নতুবা ক্ৰোধ নাই। সি ককায়েকক অগাধ ভক্তি কৰে।.. বৌয়েকৰ খং তাইৰ কামনা পূৰ নকৰাত। যেতিয়া তাই মধুনাথক আগচি ধৰিছিল, তেতিয়াও সি বিমুখ কৰিলে। চাৰুৱে মধুনাথৰ চৰিত্ৰৰ কলঙ্ক সানি গিৰিয়েকক গোচৰ দিছিল, দুটা কাৰণত—যদি মধুনাথে কেতিয়াবা গিৰিয়েকৰ আগত ব্যক্ত কৰে, তাৰপৰা হাত সাৰিবলৈ, আনপিনে তাইৰ অন্তৰত বিক্ষোভৰ যি দাবানল জ্বলিছে তাক চেচা কৰিবলৈ। মধুনাথ তাইৰ চকুৰ হুল। তাক ধ্বংস কৰাই তাইৰ কামনা। নিজৰ গিৰিয়েকৰ আগত ভৎসনা এই কাৰণেই কৰে যাতে মধুনাথক আতৰাই দি লাঞ্ছনা ভোগাব পাৰে। মধুনাথৰ দৰিদ্ৰতা, মধুনাথৰ দুখ, মধুনাথৰ কান্দোন তাইৰ হব সুখ। আকোৰ গজালিৰে

তাই মধুনাথৰ বিপক্ষে লাগিল। চাৰু যেতিয়া সৰলাৰ বিপক্ষে মধুনাথৰ ওচৰ চাপিল, তাই যেন এগৰাকী সৎচৰিত্ৰবতী। অন্তৰৰ দুৰ্ব্বলতা তাই গোহাৰি পেলালে।

ৰাতি মধুনাথৰ ঘৰত সোমাই জীৱকান্তই ভায়েকক দিহা পৰামৰ্শ দিয়ে। তেতিয়া চাৰু উন্মাদহৈ চুপি থাকে গিৰিয়েকৰ প্ৰতি সন্দেহ কৰি। গিৰিয়েকৰ ওপৰত নজৰ দিয়া তাইৰ প্ৰধান কাম।

সৰলা ভাল হৈ আহিল। কামবন কৰিব পৰা হল। ঘৰখনৰ পৰিপাটি লাগিল। চাৰুৱে বাওধূনি থকাৰ বাহিৰে আন কোনো অশান্তি নাছিল।

আন কোনো পোনে নোৱাৰি চাৰুৱে নিজৰ ভবিষ্যত কল্পনা কৰি নতুন পাতনি পাতিলে, মধুনাথ আৰু সৰলাক ঠগিবলৈ। সিহঁতক ককায়েকৰ সম্পত্তিৰ পৰা বঞ্চিত কৰিবলৈ লাগিল। মাকৰ ঘৰৰ লগত তাইৰ যোগাযোগৰ লেখ বাঢ়িল। গৃহস্থীৰ কাহি বাতিৰ পৰা টকা পইচা এবিধ দুবিধ কৈ আৰে আৰে মাকৰ ঘৰলৈ চালান দিব ধৰিলে। তাই ভাবিছিল এদিন নহয় এদিন মধুনাথ ফালৰি কাটিবই। বেলেগ হোৱাৰ পৰত গৃহস্থীত কোনো বস্তু নেথাকিলে ভাগ কৰ পৰা কৰিব। তদুপৰি সিহঁতকে আত্মসাৎ কৰা বুলি অভিযোগ তুলিব পাৰিব। নতুবা ইতিমধ্যে যদি বস্তু বাৰীৰ অভাব হৈ পৰে সৰলাক দোষিব। আজি ইবিধ কালি সিবিধকৈ তাই আতৰাব ধৰিলে।

হিংসুক স্বভাৱৰ লোকৰ হিংসা প্ৰবৃত্তি প্ৰকাশ পায় চৰিত্ৰত। পোকা লগা কুকুৰৰ দৰে হিংসুক প্ৰবৃত্তিৰ লোকে স্থিৰতাৰে থাকিব নোৱাৰে, ধৈৰ্য্য নাইকীয়া হৈ পৰে। হিংসা প্ৰবৃত্তি লৈ এদিন এজনৰ লগত বা এটা খিয়ালৰ লগত এটোপা নপৰাকৈ উবুৰি কৰি দি আনৰ বিপক্ষে ৰণ সজ্জা চলাই পুনৰ যেতিয়া ফলবতী নহব যেন পাই আনৰ

লগত ভাল হৈ সিজনৰ বা সি ফৈদৰ বিৰুদ্ধে চলে। চাৰুৰো হল সেয়ে। এদিন তাই গিৰিয়েকৰ বিপক্ষে গৈ মধুনাথৰ লগ লাগে, এদিন মধুনাথৰ বিৰুদ্ধে গৈ নিজৰ গিৰিয়েকক বুকৰ মাজত সাবতি লয়; এদিন বা সৰলাৰে লগহৈ দুয়োজনৰ বিপক্ষে যায়। ক'ত ফলৱতী হয় কি পদ্ধতি লয়; সেয়ে তাইৰ চিন্তা। মাছ পাওক বা নেপাওক পানীকে কুঞা কৰাত লাগিল।

গৃহস্থীৰ ভিতৰখন পুৰুষৰ নহয়। কিহবাৰ অভাব থাকিলে পুৰুষক কব, পুৰুষে তাক পূৰ্ণ কৰি দিব। চন্তালি ৰখাৰ ভাৰ স্ত্ৰীৰ ওপৰত, কি হৈছে কি নহৈছে তাৰ খবৰ জীৱকান্তৰো নাই মধুনাথৰো নাই। ঘৰখনৰ বাচন বৰ্ত্তন ক্ৰমাত হ্ৰাস পাই যাব ধৰাত চাৰুৱে সৰলাৰ ওপৰত অভিযোগ আনিলে। তাই কোনো প্ৰতিবাদ নকৰি চকুলো টুকিলে। সৰলাই এইবোৰ ৰহস্যৰ তালি বালি পোৱা নাছিল। তাইক দোষী সাব্যস্ত কৰাত তাই মৰ্ম্মান্তিক আঘাত পালে। শহুৰি খটা দিন ধৰি তাই লাঞ্ছনা কদৰ্থনা পাই আহিছে যদিও সকলোকে সহ্য কৰিছিল। অপযশৰ ভাগী হবলগীয়া হোৱাত চকুলোৰ লগৰীয়া হ'ল।

বৌয়েকৰ উৎপাতত মধুনাথৰ উদাসীনতা ভঙ্গ হ'ল। সি এদিন ককায়েকক সকলোবোৰ কৈ গ'ল। শেষত কলে, সি ঘৰত নাথাকে উজনীৰ ফালে গৈ চাকৰিকে কৰিব নতুবা পামকে ধৰিব। তাক বেলেগ কৰি দিয়াৰ কথা নকলে। ককায়েকৰ ওচৰত যেন তাৰ দাবী নাই। ককায়েকৰ সম্পত্তিত যেন তাৰ কোনো অধিকাৰে নাই। ককায়েকে কলে—অশান্তি হৈছে জানো, তোতকৈ মোৰ বেছি। চকু মুদি আধাৰ খাই ঘৰ কৰি আছো। মোক কিয় এৰি যাব, মোকো লৈ যা।' সি নিমাত হৈ পৰিল।......এনে কথা আৰু কোনো দিন নুলিয়ালে। ককায়েকে তাক অকলে থাকিব

নিদিয়া হল। অকলে থাকিলে বা তাৰ পৰা নিলগত থাকিলে মধুনাথৰ চিন্তা দুখ বাঢ়িব বুলি বেচকৈ ধৰি লৈছিল।......এদিন বোৱৈকক সাবধান কৰি দিলে—"তই যদি বৰ বেছি বাৰা বাৰি কৰ তেনেহলে তই মোৰ ঘৰৰ পৰা যাব লাগিব। বৰলাই থাকিম তোক তথাপি নেৰাখিম।" গিৰিয়েকৰ গৰ্জ্জনি পাই আকৌ তাইৰ ভয় লাগিল। মনতে গোদগোদাই থাকিল যদিও প্ৰকাশ নকৰিলে। তাৰ পিচত এদিন আকৌ ঢমকি দি কলে—"তইতো মোৰ ভাইৰ মৰ্ম্ম বুজ, তোৰতো এইখন ঘৰ নহয় তোক চপাই আনিছো। তাৰে মোৰে তেজৰ সম্বন্ধ। ঘৰ ভঙাৰ আগতে তই যাব লাগিব। নেলাগে মোক তিৰোতা, লৰা-ছোৱালী।" গহীন গম্ভীৰ কথা শুনি তাইৰ বুকু কপি উঠিল।

---

জীৱকান্তৰ শ্ৰাদ্ধ ক্ৰিয়া সমাপন কৰি মধুনাথ সাংসাৰিক সমস্যাৰ সন্মুখীন হ'ল। ঘৰখন চলোৱাৰ ভাৰ ওপৰত পৰিল। কৰ্চা আকাশ কলা মেঘে গিলিপ মাৰি ধৰি পৃথিৱীৰ গহীনতা বঢ়োৱাৰ দৰে মধুনাথৰ ভাৱ চিন্তা নোহোৱা জীৱনত সংসাৰৰ বাৰ পাচি লেঠাই শুনৰি ধৰাত চিন্তাত তাৰো মূৰ গধুৰ হল। সংসাৰ চলোৱা কি যে দুৰূহ সি বুজি পোৱা নাছিল। স্বাধীন ভাৱে ফুৰা চকা সকলো গ'ল। সি এতিয়া ঘৰ বুঢ়া হ'ল। সৰুতকৈও সৰু হৈ চলি যাব ধৰিলে। ঘৰুৱা সাংসাৰিক দায়িত্ব, সমাজৰ দায়িত্ব সকলো পৰিল তাৰ ওপৰত।

ৰৰডেকা হৈ জন্মধৰা পাপৰ প্ৰায়চিত্তহে। ৰৰডেকাৰ ওপৰত যত দায়িত্ব সকলো পৰে। বাকীবিলাকৰ দায়িত্ব লেখমাত্ৰ নাই। ইচ্ছা মতে কাম কৰে আৰু খায়। তাতো কত দেমাকী। বাকীবোৰে দায় লগায় ভাঙিব লাগে ৰৰডেকাই। ৰতাহৰ কোব বাহ গছৰ আগত লগাৰ দৰে ঘৰুৱা পাৰিবাৰিক, সামাজিক বা-ৰতাহে পোনে, পাইগৈ ৰৰডেকাজনক। মধুনাথে ক্ৰমাত বুজিব ধৰিলে ককায়েক কিমান ধৰণৰ সমস্যাৰ মাজেৰে চলিছিল।

মধুনাথৰ বিশেষ কোনো সমস্যাই নহলহেঁতেন যদি বৌয়েক নাথাকিলহেঁতেন। অতীতৰ মনৰ দাহ পলাবলৈ চাৰুৰ সুবিধা হ'ল যিহেতু বিধৱা। গিৰিয়েক মৰাৰ বহুমাহ পিচলৈ তাই শোকত অধীৰ হৈয়ে কটালে। তাৰ পাচত দৈনন্দিন বেমাৰ উলিয়াই দিনৰ

পিচত দিন নিব ধৰিলে দিনটোৰ ভিতৰত কুটাদালো তাই নেলাগে। ঢেকী বাঢ়া কন্যাৰ্থ পৰা ভাত ৰন্ধালৈ সকলোখিনি সবলাই অকাতৰে কৰি যায়। কোনো কামতে বিহা ভাগ নধৰে। তথাপি সবলাৰ ওপৰত অযথা বদনাম ৰটি থাকিল। সবলাই যে চাকৰ লৰা-ছোৱালীক খাব লব নিদিয়ে ভাল ব্যৱহাৰ নকৰে ইত্যাদি কৈ থাকিল। বিধবা হোৱাৰ গতিকে তাইৰ গিৰিয়েক নোহোৱাৰ সুবিধা লৈ তাইৰ ওপৰত অত্যাচাৰ কৰা, তাইৰ প্ৰতি ভাল মুখে নোচোৱা ইত্যাদি কেচকেচাই তুলা ধুনাদি ধুনি গল। অপ বদনামেৰে ৰটা-খচা সবলাৰ সহ্য নহয়। তাইৰ পৰা কিবা কথা শুনিব বুলিয়েই সবলাই নিজৰ ভাগৰো খোৱা লোৱা জিনিচ তাইক দিয়ে। তথাপি তাইৰ মুখ বন্ধ নহ'ল। সবলাই উচুপি উচুপি কান্দে। এদিনাখন সবলাই চাকৰ মিছা উক্তিৰ প্ৰতিবাদ কৰি তৰ্কবিতৰ্ক কৰিলে। সবলাই শহুৰি খটা দিনৰ ভিতৰত এয়ে প্ৰথম প্ৰতিবাদ। হেমঠেকতে মধুনাথ ওলালহি। সবলাৰ ওপৰত ধিক্কাৰ দি দুটামান চৰ সোধালে। মধুনাথে সবলাক কৈ গল-"বিধবা হৈছে যেতিয়া তাইৰে দিন পৰিছে। লোকেতো আমাৰ কথা নুশুনে—শুনিব তাইৰ দুখৰ বিননি। তাই যি কৰে কৰি থাকক, তই নেমাতিবি। ককাইক বেলেগ কৰি দিয়াৰ কথা কোৱাত তেওঁ দি নগল।" ককায়ে-কলৈ মনত পৰে আৰু চকুলো টোকে।

দিন যাব ধৰিলে। চাকৰ চৰিত্ৰ ব্যৱহাৰে মধুনাথক ক্ৰমাত দহি নিবলৈ ধৰে। উপায় বুদ্ধি নেপাই চকুলো টোকে।......

চাকৰ লগৰীয়া গাৱঁৰ বিধবা কেবাজনী। সিহঁতে সিহঁতৰ মাজত দুখ বিননিৰ মেল উলিয়ায়। সিহঁতৰ ওপৰত গিৰিহঁতৰ অত্যাচাৰ নির্য্যাতন সমূহৰ বিবৃতি দি যায়। বাকীবোৰে হয় ধৰি মেলৰ শোভা বঢ়ায়।......মানুহৰ আশা আকাঙ্ক্ষা কোনো দিন পূৰণ নহয়। মানুহৰ

কৰিবলগীয়া কামৰ শেষ নহয়। বাঢ়িহে যায়। আনৰ দোষাদোষ বিচৰা, দোষাদোষৰ অপপ্ৰচাৰ যিমানেই কৰিবলৈ বিচৰা যায় সিমানে পায়।…সিহঁতে কব নোৱাৰে সিহঁতৰ খুত কত বৈছে, সিহঁতে স্থূলতো কব নোৱাৰে চাৰুৰ প্ৰতি কৰা বেয়া ব্যৱহাৰ। তথাপি সিহঁতৰ ওপৰত সকলো দোষাদোষ। খাব লব নিদিয়া, কেটাৰ জেঙাৰ মাত আৰু মৃত্যুৰ কামনা কৰি বিধবাৰ সম্পত্তি অধিকাৰ কৰা অপ প্ৰচাৰৰ বাহিৰে চাৰুৰ আলোচ্য বিষয়ে বা কি হব পাৰে! গিৰিয়েক থাকোতে তাই কি যে সুখত আছিল আৰু তাই মধুনাথক কিমান ভাল ব্যৱহাৰ কৰিছিল, এতিয়া যে তাইক বন্ধাবঢ়াৰ পৰা সকলোতে এৰিথয় এইবিলাকে তাইৰ আলাপ। তাইৰ বিৰুদ্ধে কত কিমান কৌশল সাজিছে সেইবোৰ মৰ্ম্মান্তিক সুৰেৰে এফালৰ পৰা কৈ যায়। আৱশ্যক মতে চকুলো টোকে। গিৰিয়েক থকা দিনৰ পৰা তাই আক্ৰোশী। আনৰ ফালে নেচাই, তাই তাইৰ জমা টোৰ পিনে হে লক্ষ্য কৰে। হাঁহ, পাৰ বেচা পইচাৰ ভাগ আনে নেপায়। ঘৰৰ গাই-গহনা থুপুৰিয়াই তাইৰ ভড়ালত থয়। কেচু গাতৰ পৰা নোলোৱাৰ দৰে তাইৰ বৰ পেৰাত যি সোমায় সি আৰু বাজ নোলায়। অ'ত যাও ত'ত যাও বুলি সৰলাৰ গহনা পিন্ধি লৈ যায় আৰু তাইৰ পেৰাত ভৰায়। এতিয়া মধুনাথৰ অনুপস্থিতিত ঘৰৰ পাণ-তামোল, ছাগলী আদি তায়ে বিক্ৰী কৰে। বিক্ৰীৰ পইচাও তাইৰে হয়। মধুনাথৰ ওপৰত পুনৰ দাবী কৰে কাপোৰ সূতা লাগে বুলি।……গিৰিয়েক থকা কালত মাকৰ ঘৰলৈ বস্তু চালান দিছিল, বিধবা হোৱাৰ পৰা তাইৰ পেৰাতে সকলোথিনি ভৰায়।

চাৰুৰ দৌৰাত্ম্যত মধুনাথে পাৰাপাৰ নোপোৱা হ'ল। সাচনীয়া

টকাও মধুনাথৰ হাতত নাছিল। ঘৰৰ উৎপন্নেৰে সি চলিব লাগে। পাণ-তামোলৰ যি পইচা কড়ি হয় সি নেপায়। খেতিতো অকলে জোৰ দিব নোৱাৰাত আগতকৈ বহু লোকচান হব ধৰিলে। খাজনাৰ পৰা ঘৰ খৰছ সকলোখিনি কৰিব লাগে ধান বিক্ৰী কৰি। তাত বাহিৰে তাৰ আন উপায় নাই। প্ৰত্যেক মাহে বৌয়েকক কাপোৰ সূতা দিবই লাগিব।

মধুনাথে যদি বৌয়েকক নাবালক শিশুকেইটিৰে বেলেগ কৰি দিয়ে, সমাজে তাকে ভুষিব; নিদিলেওতো উপায় নাই, সি কি কৰে! তদুপৰি আজি ইটো হ'ল, কালি সিটো হ'ল বুলি কন্দলৰ সৃষ্টি, লগতে বদনাম আছেই। গাৰ তত নোহোৱাকৈ কৰে পৰিশ্ৰম। তথাপি শান্তি নাই। তাৰ মনলৈ চিন্তাৰ সোঁত বয় আৰু সি চিন্তাত ভাহি থাকে। বৌয়েকক কোনো প্ৰকাৰে সুখ দিব নোৱাৰে। যতে বৌয়েকৰ আসোঁৱাহ উঠে সেইটোৱে পূৰা কৰিবলৈ যত্ন কৰে। তথাপি বৌয়েকৰ পৰা ভাল ব্যৱহাৰ নেপায়। যি কণ সময় ঘৰত থাকে বৌয়েকৰ কথাই তাক অসহনীয় কৰি তোলে। পৰিশ্ৰম আৰু চিন্তাত তাৰ ৰঙা তেজ ক'লা পৰিল।

ডাঙৰ লৰাটোৰ পানী লগা জ্বৰ। মাকৰ তাৰ কাৰণে হাহাকাৰ বিননি। মাকৰ মনত যেন ল'ৰা আৰু জীয়াই নেথাকে। মাকে লৰাৰ কাৰণে কামাখ্যাত পঠা, থানত বগা পাৰ ইত্যাদি আগ বঢ়ালে। ভগবান নাৰায়ণ বুলি হুমুনিয়াহ পেলায়। তাই অনবৰতে পুতেকৰ শুশ্ৰূষাত লাগি থাকে।·· ঘৰত থকা সময়ত মধুনাথ ল'ৰাৰ কাষত গৈ বহে। পাচ দিন অহা যোৱাৰ পিচত খাই বৈ উঠি মধুনাথ শুশ্ৰূষাত লাগিল গৈ। ৰোগীৰ লগত সি এৰাতিও থকা নাই। সি সেই ৰাতি থাকিব। মাক ল'ৰাৰ লগতে শুইছে, কাষৰ

বিছনাত মধুনাথ শুলে। তেতিয়া ৰাতি ভালেখিনি হৈছে। আন মানুহ ভৰ টোপনিত। চাৰু উঠিগৈ মধুনাথক সাবটি ধৰিলে। তেতিয়া মধুনাথৰ চিল্ মিলোৱা টোপনি। সি চক খাই উঠিল। মধুনাথে এৰাবলৈ বহু যত্ন কৰিলে কিন্তু নোৱাৰিলে।...প্ৰাকৃতিক উন্মত্ততাই তাক কোনোদিন চঞ্চল কৰিব পৰা নাছিল। সমাজক সি ভয় কৰে।... তিনিটা সন্তানৰ মাক হলেও চাৰুৰ যৌবনৰাগী যোৱা নাই।

গিৰিয়েক থকাতো তাই আন পুৰুষৰ লগত গোপনে সংশ্ৰৱ কৰিছিল। বিধবা অৱস্থাত সমাজলৈ ভয় আছে যদিও কামনাৰ উন্মত্ততাই ভয় আতৰায়। আন পুৰুষৰ লগত যি কণ সময় উপ-ভোগ কৰে, সিয়ে তাইৰ তৃপ্তি নপলাই উন্মত্ততা বঢ়ায়হে। পুৰুষ শক্তিপাতৰ পিচত আতৰি যায়, আৰু তাই উন্মত্ত হৈ নিৰাশ হয়। কামনাৰ গোপনতা লুকা-ভাকু যেন লাগিল।...মধুনাথক তাইৰ আকৰ্ষণলৈ আনিব পাৰিলে তাইৰ তৃপ্তি পলাব। এবাৰ মধুনাথক যদি তাই গ্ৰাসিব পাৰে। তেনেহলে মধুনাথে ইকাতি-সিকাতি কৰিব নোৱাৰে। ফান্দত পেলাই লব। যদি তাই গৰ্ভৱতী হয় তেনেহলে মধুনাথৰ গাত দিব। মধুনাথক বান্ধোনৰ ভিতৰত ৰাখিলে তাইৰ কোনো চিন্তাই আহিব নোৱাৰে। গৃহস্থী সম্বন্ধেও কোনো বিশৃঙ্খল নাহে। সৰলাক যাতনা ভোগাব পাৰে। ভবিষ্যত জীৱন সুখৰ কৰি তুলিবলৈ তাই নিজেই এইবোৰ দিহা সাজিলে।

মধুনাথে বহু যত্ন কৰিও এৰাব নোৱাৰি মান্তি হল। নাৰীৰ কোমল মোসনা বাক্যত সি তাৰ অস্তিত্ব পাহৰিলে। তাৰো পুৰুষত্ব আছে। সি চৰিত্ৰবান, সজ, সৰল হব পাৰে কিন্তু তাৰ পৰা প্ৰাকৃতিক উন্মত্ততা লোপ পাব নোৱাৰে। তাৰো তেজ মাংসৰ

শৰীৰ। সিও প্ৰকৃতিৰ বতাহ, পানী, তাপ লৈ গঢ়া। ..চাৰুৱে ওৰে নিশা মধুনাথক এৰি নিদিলে। বৌয়েকক বহু প্ৰশ্ন কৰিলে। তায়ো আগৰ পৰা সাচি থোৱা উত্তৰ বোৰ দি গ'ল। যদি গা-বন্ধ হয় তেনেহলে সিহঁত দুয়োৰে বিপদ অনিবাৰ্য্য। তেতিয়া কি কৰিব? তাই সুন্দৰ সাজি থোৱা উত্তৰ দিলে—"গা-বন্ধ নহয়, তাইৰ হাতত ঔষধ আছে" সি সাহস পালে। লোভ, মোহ, কাম, ক্ৰোধ প্ৰাণী মাত্ৰৰে আছে। এই চাৰি ৰিপু যিয়ে দমন কৰিব পাৰে সিয়ে নৰ সমাজৰ পৰা আঁতৰি যায়, উচ্চ স্থান লাভ কৰে। কাম শক্তি প্ৰাণী মাত্ৰৰে—স্ত্ৰীপুৰুষ উভয়ৰে, কাৰো কম, কাৰো বেছি। শক্তি অনুযায়ী মানুহ আগ বাঢ়ি যায়।

চাৰুৱে তাক কিমান ভাল পায়; কিমান দিনৰ পৰা তাক পাবলৈ হাঁবিলাস কৰি আছিল—বুকুৰ মাজত সুমুৱাই লৈ কৈ গ'ল।...আজি যেন তাৰ ভুল ভাঙিল।

ৰাতি পুৱা উঠিয়েই দেখিলে ঘৈণীয়েক সৰলাই ঘৰ চোতাল সাৰি মচিবলৈ ধৰিছে। চোতালত খোজ দিয়াৰ লগে লগে সৰলাই তালৈ চালে আৰু ওৰণী টানি ললে। মধুনাথে সৰলাৰ প্ৰতি চাই থাকি বাৰীৰ পিনে আগ বাঢ়িল। ৰাতিৰ ঘটনাৰ প্ৰতি তাৰ ঘৃণা আহিল। সি কিয় স্থিৰেৰে ৰব নোৱাৰিলে। এনে অসৎ চৰিত্ৰবান তিৰোতাক প্ৰশ্ৰয় দি জীৱনটো কিয় ধ্বংসৰ পিনে টানি নিলে সি ভাবিলে। যদি বৌয়েকৰ গা-বন্ধ হয়? তাইৰতো নিশ্চয় আনৰ লগত সম্বন্ধ ঘটিছে, নহব যে তাৰ কি নিশ্চয়তা আছে? সমাজৰ আগত সি কি কৈফিয়ৎ দিব? হয়তো বৌয়েকে তাৰ ওপৰতে দোষৰ ভাগ দিবৰ কাৰণে এনেকৈ ধৰিছে। ৰাতি সি নগৈ সৰলাকোতো পঠাব পাৰিলেহেঁতেন! যদি কোনো সূত্ৰে

এই কথাৰ গম সবলাই পায়, তেনেহলে তাই জানো আঘাত নেপাব ? বৌয়েকে এই কথা নিশ্চয় এদিন নহয় এদিন ফাদিল কৰিব। ...দিনৰ দিন তাৰ কাম-বন একোৱে কৰিবলৈ ভাল নেলাগিল। এইবোৰকে ভাবি আছে। আগ ৰাতি টোপনি নহাত টোপনি ধৰিছিল। সি বাগৰ দিলে।...সবলাই ভাবিছিল ৰাতি পৰ দি থকাৰ কাৰণে টোপনি অহা নাই। তাই সোধাত সেই ধৰণৰ উত্তৰ পোৱাত তাই সন্তুষ্ট থাকিল।

দিনৰ দিন কাম কৰি তাই ৰাতি ভাগৰি পৰে। দিনটোৰ ভিতৰত মেল কৰিবলৈ তাইৰ আহৰি নাই। মেচিনৰ চকা ঘূৰাৰ দৰে তাই কামতে ব্যস্ত হৈ থাকে। গিৰিয়েকক তাই তাইৰ দেহ-টোৰ দৰেকৈ চায়। গিৰিয়েকক অগাধ ভক্তি কৰে। ওচৰ চুবু-ৰিয়াই মধুনাথক কয় সি সাধি অহাৰ গুণত হে তেনেকুৱা সবলা আৰু কামিলা তিৰোতা পাইছে।

দিন গ'ল, ৰাতি হ'ল। খাই লৈ সকলো শুলে। চাকৰে বাট চাই থাকিল, মধুনাথ নাহিল। আগদিনা ৰাতি মধুনাথে চাৰুক পিচদিনা আহিম বুলি প্ৰতিশ্ৰুতি দি গৈছিল। সময় কালৈকে ৰয় ? ৰাতি দুপৰ হোৱাতো যেতিয়া মধুনাথ নাহিল তাই ওলাই আহিল। মধু-নাথক মাত দিলে। সি তেতিয়া গভীৰ টোপনিত। সবলাই কি হৈছে বুলি সোধাত তাই লৰাটোৰ অসুখ টান বুলি মধুনাথক মাতি-বলৈ দিলে।

সি দেখিলে যে নগলে বিপদ। তাৰ দুৰ্বলতা আহি পৰিল। সি ওলাই আহিল। সবলাই আথে বেথে সোধাত তাই উত্তৰ দিলে "এতিয়া অলপ টলকা মাৰিছে। মোৰ ভয় লাগে, তই আহিব নেলাগে, যা।" সবলাই গৈ শুই থাকিল। মধুনাথক লৈ চাকৰে

আগ নিশাৰ অভিনয় কৰিলে। সি কিয় অহা নাছিল তাৰে উত্তৰ পোনাই দিব নোৱাৰাত পৰিল। কথাৰ পাচত কথা উলিয়াই গৈ আছে; এটাৰ পিচত এটা বান্ধত সি সোমাই গৈ আছে। কথাৰ মেৰত সি চাকৰ গ্ৰহণ কৰি ললে। আৱশ্যক হলে সমাজ মুখে তাইক গ্ৰহণ কৰিব। সেই দিনাৰ ৰাতিও গ'ল। পিচদিনা খাই বৈ উঠি তাতে থাকো বুলি সবলাৰ পৰা বিদায় লৈ আহিল। এনেদৰে কেবা ৰাতিও লৰা ৰখিবলৈ আহি সি চাকৰ বুকুৰ মাজত সোমাই যায়।

ঘৰখন শৃঙ্খলালৈ আহিল। চাকৰ উদ্ভৱালি নাই। এতিয়া কিছু কাম বনো কৰে। সবলাৰ প্ৰতি বেয়া ব্যৱহাৰো কমিল। ঘৰখনত যেন নতুনত্ব আহি পৰিল। সবলাই কোনো কথাৰ ততকে ধৰিব নোৱাৰিলে। চাকুৱে শান্ত মূৰ্ত্তি ধাৰণ কৰাত, সবলাই এনে পৰিণতি কিয় হ'ল গিৰিয়েকক প্ৰশ্ন কৰে। সি উত্তৰ দি যায় "বিপদত আগুৱাৰ কাৰণত তাই এনে হৈছে। তাইৰ প্ৰতিতো কিবি চাওতা কোনো নাই। তাই বিশ্বাস কৰি যায়।"

মধুনাথ চাকুৰ হাত হলত তাইৰ লৰাৰ বেমাৰৰ প্ৰতি খবৰ নাই। মধুনাথক বশ কৰাৰ কথা ভাবোতে লৰাৰ প্ৰতি তাই পাহৰিলে। লৰাৰ বেমাৰ টানৰ ফালে ঢাল ললে। অৱশেষত মৃত্যুও হ'ল। লৰাৰ মৃত্যুত তাই কান্দিলে, তাই কেদিন মানতেপাহৰিলে। ইয়ো যেন চাকৰ এক সুযোগ। তাইৰ সেই ঘৰত থাকিবলৈ ভয় লগা হ'ল। সবলাই কয়—সদায় লৰাটোক এৰি থাকিব পাৰোনে? তাই সবলাৰ প্ৰত্যুত্তৰ কৰি' কয়—স্বামী মৰিল, লৰা মৰিল, কোনে চাব মোক। এই দুটাকো মাৰি নিলে লেঠাই যায়" বুলি গভীৰ-ধ্যুনিয়াহ এৰাৰ লগে লগে কান্দি বলৈ ধৰে। সবলাই তাইৰ দুখত

পতিয়ন হৈ গিৰিয়েক যোৱাকে সমৰ্থন কৰে। মধুনাথ যোৱাত চাৰুৱে আনন্দত নিজকে পাহৰি যায়।

সি ভাগৰি গ'ল। সবলাই বহুদিনৰ মূৰত যেতিয়া গিৰিয়েকৰ কাষলৈ যায় সি তাইক সন্তুষ্ট কৰিব নোৱাৰিলে। এদিন নহয় কেবাদিনো অতৃপ্তিৰে সৈতে ফিৰে। গিৰিয়েক এনেভাৱে দুৰ্ব্বল হৈ পৰাৰ গতিকে তাইৰ সন্দেহ হল। গিৰিয়েকৰ কিবা ভিতৰুৱা অসুখ বুলি তাই অনুমান কৰিলে।...মধুনাথৰ সবলাৰ প্ৰতি অৱহেলা আহিল। প্ৰকাশ্যভাবে প্ৰকাশ নকৰিলেও সবলাক সি ঘৃণাৰ চকুৰে চাব ধৰিলে। তাইৰ প্ৰতি মৰম চেনেহ চিঙি দিলে। তাইৰ কোনো কথাৰ প্ৰতি চকু নিদিয়া হ'ল। মাত কথাৰ ব্যৱহাৰো ঘৃণাৰ সুৰত যাব ধৰিলে।

প্ৰথম দিনাৰ ঘটনাৰ পৰা তাৰ পৰিবৰ্ত্তন আহিল। বৌয়েকক প্ৰথমতে ভাল পোৱা নাছিল যদিও তাৰ অসম্ভব ভয় আহিল। জানোচা ব্যক্ত কৰে। তাই যদি ব্যক্ত কৰে তেনেহলে তাৰ বিপদ নিশ্চিত। চাৰুৰ কথাত যদি সি সম্মত নহয়, তাইৰ মতে যদি সি নচলে তাই সমাজত প্ৰকাশ কৰিবই কৰিব। ভয়ৰ বশীভূত হৈ প্ৰথমতে সি প্ৰেমমুগ্ধ হৈছিল। তাৰ সৎ সাহস নাইকীয়া হৈ পৰিল। সি সামান্য কথাৰ বশ হব লগাত পৰিল। চাৰুৱে যদি সমাজত ব্যক্ত কৰে, তেতিয়া তাৰ কি হব? বৰ বেচি সমাজে তাক প্ৰায়চিত্তৰ বিধান দিব আৰু সমাজক এসাজ খুৱাব লাগিব। সমাজৰ দণ্ডকে সি ভয় কৰিলে।...মধুনাথৰ চৰিত্ৰ গোটেইখন গঁওাৰ লোকে বখানে। সি এজন কৰ্ম্মী। তাৰ ঠগ বদমাচী নাছিল। নিজৰ কামৰ মাজেৰেও আনক সহায় কৰিছিল। তাৰ মুখৰ পৰা কোনো দিন কাৰো কুৎসা ৰটনা হোৱা নাছিল। ধীৰ সুস্থিৰ হৈ সদায় চলিছিল।...তাৰ যি চৰিত্ৰ আছিল এতিয়া

কিয় হেৰালে! এইবোৰ কথাই জানো তাৰ প্ৰশংসা বজাই ৰাখিব। তাৰ নিজৰ তিৰোতা থাকোতে সি আন তিৰোতাৰ কাষ চাপিল কিয়! সি যদি নকৈ আৰু এজনী বিয়া কৰালেহেঁতেন! তাৰ ওপৰত তো সমাজৰ মাত নাছিল। এই বিলাকে হ'ল তাৰ ভয়।

চাৰুৰ পৰিবৰ্ত্তন আহিল মধুনাথৰ সম্পত্তিত। তাইৰ স্বভাৱৰ পৰিবৰ্ত্তন হল। এতিয়া তাই নিজৰ ঘৰ, নিজৰ সম্পত্তি বুলি জ্ঞান পালে। ঘৰখন সুশৃঙ্খলাৰে চলোৱা সম্পত্তি ৰক্ষা কৰা তাইৰ কৰ্ত্তব্য বুলি ভাবিলে। গিৰিয়েকৰ বিয়োগ আপদ খণ্ডোৱা যেন পালে; ল'ৰা মৰিল সি তাইৰ আঘাত দিব নোৱাৰিলে। মাতৃৰ সন্তানৰ প্ৰতি যি মৰম চেনেহ বিসৰ্জ্জন দিলে প্ৰেমৰ পৰশত। চাৰুৱে সাজিথোৱা কাৰচাজিৰ পৰা ন-পৰশত কিছু নামি আহিল। ক্ৰমাত তাইৰ মনৰ পৰা মধুনাথৰ বিপক্ষে কৰা ষড়যন্ত্ৰ লোপ পাই গ'ল। এতিয়া তাইৰ একমাত্ৰ চিন্তা সৰলাক আতৰ কৰা। মধুনাথৰ লগত সম্বন্ধ ঘটাৰ পৰা বাহিৰা যি দুই চাৰিজন পুৰুষৰ লগত সম্বন্ধ আছিল এৰিলে। তাই সংযত হৈ পৰিল। মধুনাথক লৈ সংসাৰ চলাই যাব।

চাৰুৰ সংস্পৰ্শত মধুনাথ অহাৰ পিচত তাৰ সৌন্দৰ্য্য উপলব্ধি, সত্যতাৰ বিচাৰ লোপ পালে। চাৰুৰ মুখমণ্ডলৰ জ্যোতি, তাইৰ চুলি আৰু তাইৰ ধুনীয়া চেহাৰাৰ লগত সৰলাক ৰিজাব নোৱাৰা হ'ল। তাৰ মানত সৰলা এন্ধাৰ, চাৰু হীৰা। চাৰুৰ মুখৰ মাত তাৰ লাগিল মৌ সনা যেন। যতে চাৰুক দেখে তাৰ পৰা একেথৰে চাই থাকে। চাৰুৱে তাৰ পিনে চাই হাঁহি মাৰিলে সি পমি যায়।...সৰলাৰ মাত তাৰ অসহনীয় হৈ উঠিল। তাইৰ মাত শুনিলে ধোৱা কাউৰীৰ মাত শুনাৰ দৰে বিৰক্তি বোধ কৰে।

সবলাৰ হাতৰ ভাত আঙ্গাত ৰুচি নোপোৱা হ'ল। তাইৰ কাম বনত গি খুঁত ধৰি যাবলৈ ধৰিলে। তাইৰ ওপৰত নিৰ্য্যাতনৰ ধুমুহা ববৰ আৰম্ভ হল। স্বামী! পতি পৰম গুৰু পতি বিনে দ্বিতীয় ভগবান নাই। মাক পিতাকৰ বুকুৰ মাজৰ পৰা ওলাই আহি স্বামীৰ বুকুৰ মাজত সোমোৱাৰ লগে লগে জীৱনে মৰণে স্বামীয়ে তাইৰ লগৰীয়া হৈ থাকিল। সবলা সবলাই। সবলাৰ ছায়া দেখিলেও তাৰ খং। সামান্য কথা যি কথাত জগৰৰ লেখ মাত্ৰও নাই তাতো মধুনাথে গেমেহা কিল সোধায়। আঠ ন বছৰে তাই গিৰিয়েকৰ কিল খাব দূৰৰ কথা জেকেৰা এটিও খাই পোৱা নাছিল। আজি তাই বিনা দোষে কিলৰ পিচত কিল খাই দিন নিয়াৰ লগাত পৰিল। তাই অদৃষ্টৰ দোষ বুলি ধৰি লৈ নীৰৱে নিতাল মাৰি চকুলো টুকি থাকে। ভগবানক তাই সেৱা জনায় তাইৰ ভাল দিনৰ কাৰণে। গিৰিয়েকৰ কোনো কাৰ্য্যত তাই প্ৰতিবাদ নকৰে। কাৰো লগত কথাৰ বথৰা বাথৰি কৰি পোৱা নাই।

মধুনাথৰ চৰিত্ৰৰ পৰিবৰ্ত্তন অহাটো তাই বিশ্বাস কৰিলে। বৌয়েকৰ লগত গিৰিয়েকৰ সম্বন্ধ ঘটিছে। বৌয়েকৰ দিহা মতে গিৰিয়েক চলে। তাইৰ লগত গিৰিয়েকে সহবাস নকৰাত, বৌয়েকৰ ঘৰত ঘৰ ৰখীয়া থকা অবস্থাতো তাই সন্দেহ কৰা নাছিল। তাইৰ গিৰিয়েক যে সজ চৰিত্ৰৰ লোক তাই জানিছিল। এই কথা বহুদিন তাই শহুৰেকৰ মুখৰ পৰা আৰু গাৱঁৰ মানুহৰ পৰাও তাই শুনিছিল। মনত সন্দেহ ওপজাৰ পৰা তাই কোনো দিনে গিৰিয়েকক শেতেলিত লগ নেপায়। তাই উঠি গৈ জুমি জুমি যেতিয়া চায় আনন্দতে মতলীয়া হৈ থকা দেখে। দিনৰ ভাগতো প্ৰায়ে বৌয়েকৰ ঘৰত সোমাই মেল পাতি থাকে। বৌয়েকৰ চৰিত্ৰৰ ছাঁ গিৰিয়েকৰ

ওপৰত পৰাত যে গিৰিয়েকে বৌয়েকৰ চৰিত্ৰ লৈছে তাই বুজিলে। সৱলাই চাৰুৰ চৰিত্ৰ শহুৰী খটা দিনৰ পৰা জানে। বাহিৰা লোকৰ লগত তাইৰ ঘনিষ্ঠ সম্বন্ধৰ বিষয় বহুদিন চকুত পৰে। সেইবোৰ কথা তাই কাৰো আগত আনকি গিৰিয়েকৰ আগত প্ৰকাশ কৰা নাছিল। তাই বুজিছিল যিয়ে যিমানলৈ নামে সিমানলৈ ভিজিব। আনৰ চৰিত্ৰৰ সমালোচনা কৰি নিজক জাহিৰ কৰা সেইৰ স্বভাৱ নাছিল। গিৰিয়েক আগৰ সোতত নাই। চৰিত্ৰৰ পৰিবৰ্ত্তনৰ লগে লগে স্বভাৱৰো পৰিবৰ্ত্তন আহিল, আগৰ দৰে কাম বনতো ৰাপ নাই, শৰীৰো বহুক্ষীণ। বৌয়েকে কোনো ঔষধ খুৱাই গিৰিয়েকক অ-পথলৈ নিয়া বুলি তাইৰ ধাৰণা হ'ল। ভগবানক আৰাধনা কৰে গিৰিয়েকক মুক্তিৰ পথ দিয়াৰ কাৰণে।

এদিনা থন মধুনাথৰ কাষতে গৈ সৰলা শুলে। বহু যত্নৰ মূৰত মধুনাথে ঘৈণীয়েকৰ কামনা পূৰ কৰিলে। প্ৰথমতে অমান্তি হৈছিল। তাইক বহু গালাগালি কৰিলে। কিন্তু একোতে নোৱাৰি পৰাজয় মানিলে। লগে লগে সৰলাই কাতৰ অনুৰোধেৰে বহু কথা কৈ গ'ল। সি চমক দি উঠে তথাপি তাই পিচা নেৰিলে।...যদি তাই গিৰিয়েকক কোনোমতে এৰি নিদিয়ে, তাইৰ প্ৰতি আসক্ত কৰি তুলিব পাৰে, তেনেহলে হয়তো পৰিবৰ্ত্তন আহিব পাৰে। এইটোৱে সহজ উপায় বুলি ধৰি লৈছিল। আগতে কোনো দিনে তাই গিৰিয়েকক এনেদৰে জোৰ কৰিব নেলাগি-ছিল। সময়ত গিৰিয়েকে ভাত মাছৰ সোৱাদ এৰিও ঘৈণীয়েকক জোৰ জুলুম কৰিছিল। অসুস্থ শৰীৰ ঘুণীয়া হব বুলি, অসুস্থ অৱস্থাত কত হকা বধা কৰিছিল তথাপি সি নেৰিছিল।...শক্তি ক্ষয়ৰ পিচত ভাগৰুৱা হৈ সি টোপনিত লাল কাল দিলে। তাইৰো টোপনি আহিল। মাজ নিশা চাৰু আহি মাতিব ধৰিলে। দুৱাৰত শব্দ কৰিলে, সি সাৰ

নেপালে। সৰলাই গাব পায়ো গিৰিয়েকক নজগালে তাই এৰি নিদিবলৈ দৃঢ় হ'ল।...ৰাতি পুৱাল। চাৰুৱে মধুনাথক কথাবোৰ সোঁৱৰাই দিব ধৰিলে। বিধবাই কথাৰ টিপে টিপে তাক ভয় খুৱাই গ'ল। চাৰুৱে বেচকৈ বুজি ললে, মধুনাথক যদি এক তিলো সৰলাৰ হাতত এৰি দিয়ে তেনেহলে তাই হেৰুৱাব।

সৰলাৰ আগত চাৰুৱে কোনো কথাই গোপন নেৰাখিলে। প্ৰকাশ্যে চাৰুৱে মধুনাথৰ শেতেলিত আহি শুই থাকে। খোলাখুলিকৈ দুয়ো মেল পাতি থাকে। সৰলা যেন এলাগী। সৰলাক চাৰুৰ দাসী কৰিললে, চাৰুৰ আদেশ তাই পালিবই লাগিব। চাৰুৰ গালি মধুনাথৰ কিল খাই সৰলাই চকুলো টুকি দিন নিয়াবলৈ ধৰিলে। চাৰুৰ একান্ত ইচ্ছা সৰলাক আঁতৰ কৰা। তাইৰ মততে মধুনাথেও মত দিলে।.. যি মধুনাথে গালিৰ কাষেদি নগৈছিল সি এতিয়া দিনে ৰাতিয়ে সৰলাক চৈধ্য পুৰুষ ধৰি গালি-শপনি, মাৰ শোধায়।..ৰৰ ঘৰৰ পৰা সৰলাক লৰাটোৰে সৈতে বাহিৰ কৰি গোহালিৰ কাষৰ ঘৰত বাহ দিলে॥ তাইক পেটৰ ভাত মুঠিৰ পৰাও সময়ে সময়ে বঞ্চিত কৰিব ধৰিলে। লৰাটোক কোনো প্ৰকাৰে খুৱায়। তাইৰ অনাহাৰত দিন যাব ধৰিলে। ভাত পানী তাইৰ মনত বিষ যেন হ'ল। তাই মৰিব ওলাল। ল.ৰাটোৰ মুখলৈ চাই সাৱটি ধৰে॥ লৰাটো কি কৰে? সন্তানৰ মোহত তাই একোকে কৰিব নোৱাৰা হ'ল। তাই যদি মৰে লৰাটোৰ কি বিলাই হব? তাক কোনে চাব? তাই কান্দিব ধৰে। কান্দোনে হ'ল তাইৰ লগৰী। গাখীৰৰ পৰা বহুদিন আগতে তাইৰ লৰা বঞ্চিত হৈছে। গাই ক্ষীৰাইছিল তাই। গাখীৰ চুৰি কৰিব বুলি তাইক এৰালে। ৰান্ধনী আছিল তাই। খোৱাৰ পৰা বঞ্চিত কৰিবলৈ হাহিয়াল ত্যাগ কৰালে। তাই মনে মনে ভাগীৰ ঘৰৰ পৰা কিবা কিবি আনি ল'ৰাক খুৱাই বচাই ৰাখিলে।

ভাগীৰ তিৰোতা সকলে তাইৰ কি হৈছে, কি বেমাৰ, আজি কালি তাই কিয় নাহে, বহু প্ৰশ্নই কৰে। তাই একোকে নকয়, কোনোমতে ভগা হৃদয় লৈ ঘৰ পায়হি। ...চাৰুৰ ব্যৱহাৰত ক্ষুণ্ণ হৈ কোনো তিৰোতাই সিহঁতৰ ঘৰলৈ নাহে। ...চুবুৰিয়াৰ ঘৰলৈ যোৱালৈ সৰলাৰ ওপৰত অত্যাচাৰৰ কোব বাঢ়িল। ক্ৰমাত সৰলাৰ মুখৰ পৰা মাত নোলোৱা হ'ল। শৰীৰৰ মাংসপেশী সকলো হাড়ৰ আৰত লুকাল। বিচনাত উচুপি উচুপি ল'ৰাটোক বুকৰ মাজত লৈ থাকে। ল'ৰা খাব নেপাই ক্ষীণাই গল ভোকৰ জ্বালাত দিনৰ দিন সি কান্দি থাকে।

মধুনাথ আজি কালি ঘৰৰ বাহিৰ কমে হয়। কেতিয়াবা ওলালেও কোনোৱে লগ নোপোৱাকৈ অহা যোৱা কৰে। চুবুৰীৰ কোনোৱে বিচাৰিলে, ঘৰৰ পৰা নাই বুলি উত্তৰ পঠিয়ায়। ... য'তে চাৰিজন লগ লাগে ত'তেই মধুনাথৰ কথা ওলায়। সি কিয় বাহিৰ নোলায়, ঘৰত গলে, নাই বুলি ফিৰায়, নানা জনে নানা কথা ব্যক্ত কৰে। কোনোৱে কয় ককায়েকৰ দুখতে তাৰ এনে হ'ল; বৌয়েকৰ লগত তাৰ সঙ্গ হৈছে ইত্যাদি ধৰণৰ কথাবোৰ মধুনাথৰ সমনীয়াৰ মাজতে নহয় তাৰ অদৃশ্যই বুঢ়া ডেকা তিৰোতা সকলৰ মাজতো আলোড়ন উঠিল! ...তিৰোতা সকলে সৰলাক বৰ ভাল পাইছিল। তাইৰ লগত কোনোদিনে কোনো তিৰোতাৰে এবাৰ চুপতিও হোৱা নাছিল। তাইৰ সৰল সজ আৰু উদাৰ স্বভাৱে সকলোকে মৰম লগাইছিল। বিয়াৰ গীত, নামৰ উপৰিও কথাৰ সুন্দৰ উপমা জানিছিল।

তাইৰ ব্যৱহাৰত মুগ্ধ নোহোৱা কোনো নাছিল। ...চাৰুৰ প্ৰকৃতিৰ লগত সৰলাৰ প্ৰকৃতিৰ পিঠিয়া পিঠি। তাইৰ লগত

চুবুৰীৰ কোনো তিৰোতাৰ ভাল নাই। আনৰ পৰা ভাল ব্যৱহাৰ পালেও তাই নিজেই আনক ভাল ব্যৱহাৰ কৰিব নোৱাৰিছিল। তাইৰ ব্যৱহাৰত আঘাত পাই কোনো তিৰোতা সিহঁতৰ তালৈ নাহে। কেতিয়াবা কোনো আহিলেও সবলাৰ লগতে কথা হৈ যায়। মুনিহ বোৰেও তিৰোতাবোৰক চাৰুৰ সঙ্গ লবলৈ নিদিছিল, মিছায়ে কন্দলৰ সৃষ্টি কৰা কোনেও ভাল নেপাইছিল। মুনিহবোৰে তাইৰ ব্যৱহাৰত অসন্তুষ্ট হৈছিল। ...চুবুৰীৰ তিৰোতাৰ লগত সঙ্গ কৰাৰ গতিকেও তাই চাৰুৰ পৰা অসৎ ককৰ্থনা ভোগিব লাগিছিল।...সবলাৰ ক্ষীণ অৱস্থা গাৱঁৰ তিৰোতাৰ মুখে মুখে ওলাল। ঢোলৰ কোবতকৈ ওঠৰ কোব চাৰ। চাৰুৱে তাইক খাব লব নিদিয়ে, মধুনাথক ঔষধেৰে হাত কৰিলে' সবলাৰ প্ৰতি এলাগী কৰা আদিৰ কথা ওলাল। সবলাৰ দুখতে সকলো পমি গ'ল। পুখুৰীৰ ঘাট, ঘৰৰ মজিয়া, ঢেকীঘৰ্হাত, য'তে দুজনী মিল হৈছে ত'তেই এই কথা। যুদ্ধৰ কথা নাই, দুৰ্ভিক্ষৰ কথা নাই, ভোটৰ কথা নাই, মেল শোভা কৰে মাথো সবলাৰ ৰূপ গুণৰ মৌসনা বিননিয়ে।

এমুখ দুমুখৰ পৰা সহস্ৰ মুখত কথাৰ পাক ঘূৰাত সবলাৰ মাক-পিতাকৰ কাণত পৰিল। মাক পিতাকৰ একেটি মাথো জীয়েক। পুতেক পাঁচজন। মাক পিতাকৰ, ককায়েকহঁতৰ সকলোৰে আদৰৰ সবলা। সবলাৰ কথাই মাকক হুক হুকাই কন্দুৱালে। সিহঁতৰ যেন বিশ্বাস সবলা আৰু নাই। তেৰ মাইল বাট হোৱাই খবৰ বাতৰি লোৱা অসুবিধা। সবলাৰ শহুৰী খটাৰ বয়স যিমানে বাঢ়ি গ'ল সম্বন্ধও কিছু কমি গ'ল। মৰমৰ জীয়েকক চকুৰ আগতে ৰখাৰ মাকৰ ইচ্ছা আছিল। পিতাকে মধুনাথৰ চৰিত্ৰ, ঘৰৰ আৰ্থিক

অৱস্থালৈ চাই দূৰ হলেও সুবিধা ঠাইতে জীয়েকক বিয়া দিলে। মাকে জীয়েকৰ কথা শুনি পিতাকক পূৰ্ব্বৰ কথা সোঁৱৰাই দিব ধৰিলে। ···ছমাহ আগতে পিতাক এবাৰ আহি গৈছিল। তাইৰ মনত স্ফূৰ্তি নাই, মন মৰা। জোৱায়েকৰ পৰাও ভাল ব্যৱহাৰ নেপালে। আগৰ সোধ পোচ ব্যৱহাৰ নাই। শহুৰেকৰ লগত দু আষাৰ মান কথা হৈয়ে মধুনাথ আঁতৰিল। চাকৰ দহদহীয়া কথাত পিতাক অসন্তুষ্ট হ'ল। ৰাতিটো থাকি পিচদিনা ঘৰলৈ উভটিল॥ সবল হোজা মানুহ। পৰিশ্ৰম কৰি জীৱিকা গোকোলায়। সিহঁতক লাগে শুভ বাৰ্ত্তা, আনন্দ কৰ্ম্ম। পেটৰ ভাত নিমিলা দৰ্শনত সিহঁতৰ গামুজুৰায়। কিবা কাৰণ বশতঃ জোৱা-য়েকৰ পৰা মধুৰ ব্যৱহাৰ নেপালে যদিও ৰাতিৰ টোপনিত হতাশ হ'ল। কথাত কথা পাতি খেদ বঢ়োৱা, টিঘিল ঘিলাই খোৱা সকলৰহে দৰ্শন। তাৰ পাচত বাৰিষা। মেঘৰ গজনি ধাৰাষাৰ বৰ-ষুণ, শিলা বৃষ্টি, ঢেৰেকণি, প্ৰবল বতাহ। সূৰ্য্যৰ প্ৰখৰ ৰ'দ, পথাৰত বোকা পানী। ৰাস্তাঘাট পানীৰ তলত। জোক, ডাঁহ, সাপৰ উৎপাত। ঘৰত মহ মাখি। বেমাৰ আজাৰ। ঘৰে ঘৰে বেমাৰ। কাৰো মেলেৰীয়া, কাৰো সান্নিপাত কাৰো গ্ৰহণী, কাৰো বসন্ত। কোনো কোনো গাৱঁত কলেৰা। প্ৰকৃতিৰ দ্বাৰা প্ৰহাৰান্ত। স্বৰ্গে মৰ্ত্তে হুলস্থূল। দক্ষৰ যজ্ঞ ভঙ্গ কৰি ভোলানাথে ৰুদ্ৰমূৰ্ত্তী ধাৰণ কৰি পৃথিবীত প্ৰলয়ৰ যেন নতুন সূচনা। পৃথিবীক সাক্ষীকৰি গাৱলীয়া সকলে কান্ধত কেকোৰা নাঙল লৈ আগ বাঢ়ে পথাৰলৈ। সাংসাৰিক জ্বালা যন্ত্ৰণা, প্ৰকৃতিৰ দুৰ্ঘোৰ বিপৰ্য্যয়, সকলোকে কাতি কৰি বছৰৰ পেটৰ ভাত মুঠিৰ বাবে ককালত টঙালি বান্ধি লাগি যায়। ৰ' কৰিবৰ সময় নাই। এয়ে সময়। ইকাতি সিকাতিত ক্ষ্যণ গলে বছ-ৰলৈ আৰু ঘূৰাই নেপাই। বহাগৰ পৰা খেতিয়কৰ গাত তত নাই।

খাবৰ সময় নাই। জিৰণি কি সিহঁতে বুবুজে। এই পাঁচ মাহ খোৱা লোৱাৰ আদান প্ৰদানৰ যি সম্বন্ধ তাৰ পৰা বিচ্ছিন্ন হৈ পৰে।

বান—বাৰিষাৰ খেতিৰ সময় উকলি যোৱাত জীয়েকৰ ঘৰলৈ দুয়োজন ওলাল। বেলা ভাটিত সবলাৰ ঘৰত মাক পিতাক দুয়োজন সোমাল।..শহুৰেক শাহুয়েক অহাৰ গম পাই মধুনাথ আঁতৰ হ'ল। দুয়োজনৰ সম্ভাষণৰ ভাৰ চাকুৰ ওপৰতে। চাকুৱে যি কৰিব তাতেই মধুনাথৰ সম্মত। শহুৰেকৰ ওচৰত সি কৈফিয়ত দিব নোৱাৰে।

সবলা অতি দুৰ্ব্বল। ঠিয় হব নোৱাৰে, মূৰ ঘূৰাই পৰি যাব খোজে বহুমাহৰ পৰাই তাইৰ মূৰত তেল নাই। অনাহাৰ অনিদ্ৰাৰ মাজেৰে দিনৰ পিচত দিন মাহ অতিবাহিত হৈছিল। দিনটোৰ মূৰত এবাৰ বা দুবাৰ বাহিৰ ফুৰি যায় কোনোমতে ধৰি ধৰি। সন্তানৰ আয়ু সো বেচি নাই, ঘনাই নিশ্বাস পেলাই মৃত্যুকে বাট চাই আছে।... পিতাক মাকক দেখি সবলাই গভীৰ নিশ্বাস পেলালে। তাইৰ চকু-ৱেদি দুধাৰি চকুলো বৈ গ'ল। মাক পিতাকক বহিবলৈ ঢাৰি পীৰা যতনাবলৈ উঠোতে তাই পৰিব ধৰিছিল। মাকে ধৰি বহুৱালে। তাইৰ বাসস্থান, তাইৰ অৱস্থা দেখি মাকৰ ভাগৰ দুখ জীয়েকৰ দুখতে অৰ্পণ কৰিলে। মাক জীয়েকৰ শুশ্ৰূষাত লাগিল। ঘৰৰ পৰা ভাৰ বান্ধি অনা টোপোলাবোৰ খহালে। গাখীৰ পিঠা উলিয়াই জীয়েকক খাবলৈ দিলে। পিতাকে জোৱায়েকৰ খবৰ কৰিলে। চাকুৰ পৰা সন্তোষজনক উত্তৰ নেপালে। ঘৰ দুৱাৰ, চাকুৰ পৰিবৰ্ত্তন আৰু সবলাৰ পৰিণতি দেখি তেওঁৰ বুজিবলৈ বাকী নৰল। মাজ চোতালত গভীৰ হুমুনিয়াহ পেলাই বহি পৰিল। জোলোঙাৰ পৰা তামোল উলিয়াই খাই কিছুপৰ বহিল তেতিয়াও জোৱায়েক

নোলালহি। লাহে লাহে এখোজ দুখোজকৈ মধুনাথৰ খুড়াক ইঁতৰ ঘৰত বহিল গৈ। চুবুৰীৰ এজন দুজনকৈ কেবাজনো মানুহ জমিলহি। আৰ্থিক সাংসাৰিক কথা বতৰাৰ লগে লগে সৰলাৰ অসুস্থতাৰ বিষয়ো ওলাল। আৰে আৰে শুনা মধুনাথৰ বিষয়ে ওলাল। চাকৰ ষড়যন্ত্ৰতে যে সকলো হৈছে সকলোৱে একমুখে স্বীকাৰ কৰিলে। সন্ধিয়া আঁতৰিল, মধুনাথৰ ঘৰলৈ শহুৰেকৰ লগতে চাৰি পাঁচজন সৰলাৰ খবৰ লবলৈ আহিল। তেতিয়া চাৰুখাই বৈ দুৱাৰ দি শুইছে। চাৰুক দুজন মানে মাতিলে, তাই মুঠিল। শেতেলিৰ পৰা মাত লগালে "এই ৰাতিখন কোন ক'ৰ পৰা মৰিব আহিছে, বিধবা দেখি সকলোৰে সাহস বাঢ়িছে।" মধুনাথৰ শহুৰেক অহাৰ কথা কোৱাত তাই কৈ দিলে যাৰ মানুহ সিয়ে পুহিব, তাইৰ কি দৰ্কাৰ !......দূৰ গাৱৰ মানুহ। সিহঁতৰ গাৱঁত লঘোনে নিৰাশ্ৰয়ে থাকিব লগা হ'লে গাৱঁৰে বদনাম। বুঢ়া বুঢ়ীক, খুড়াকে নিমন্ত্ৰণ কৰিলে। প্ৰথমতে নিমন্ত্ৰণ গ্ৰহণ কৰা নাছিল যদিও মান্তি হ'ল।

সৰলাৰ মুখৰ পৰা তাইৰ দুৰৱস্থাৰ একোৱে নোলাল। মাক পিতাকে কত সুধিলে কিন্তু চকুলো মোহৰাৰ বাহিৰে তাই এষাৰো নকয়। তাইৰ বিশ্বাস—কপালত এয়ে লিখন আছিল নহলে এনে কেতিয়াও নহয়।......মাকে বহু জোৰৰ ওপৰত ভাত খাবৰ মান্তি কৰালে। মাকৰ সৰু আয়েকৰ জোৰত সৰলাই ভাতৰ পাতত বহিল যদিও খাব নোৱাৰিলে, গিৰগিৰাই তাইৰ চকুলো ওলাল। খোৱা বোৱা হোৱাৰ পিচত তামোল চালি সৰলাই বহাৰ লগে লগে, কোনোবাই খবৰ কৰি মাতি অনাৰ দৰে প্ৰায় বোৰ তিৰোতাই আহি ঘৰৰ মজিয়া ভৰি পৰিল! কতৰ কত কথা। সৰলাৰ দুখত সকলোৱে চকুলো টুকিলে। সৰলাহেন তিৰোতা, কেনে সুন্দৰ, কপে

গুণে বিচক্ষণ তাইৰ এনে নিলৈ......কোন তিৰোতাৰ অন্তৰে সহে ! কত কথা ওলাল, তথাপি সৰলাই এষাৰ মাত নিদিলে। সৰলাক প্ৰায় এবছৰৰ মূৰত তিৰোতা সকলৰ মাজত পালে। আঠ দহ মাহে মনৰ জপাত সাঁচি থোৱা কথা বোৰ ইজনীৰ পিচত সিজনীয়ে উলিয়াই গ'ল।

ৰাতি মাক সৰলাৰ লগতে থাকিল। বাহিৰৰ ঘৰৰ তক্তা এখনত পিতাক শুই থাকিল। তেওঁ সাৰেই আছিল। জোৱায়েক কেতিয়া আহে তাৰে অপেক্ষাত আছিল। ৰাতি শেষ হ'ল, তথাপি জোৱায়েক নাহিল।

পিচ দিনা পুৱা সৰলাৰ বাতৰি লবলৈ লানি নিচিগাকৈ গাওঁৰ জীয়াৰী, বোৱাৰী, আদ বয়সীয়া বুঢ়ী সকলোৱে ধাৰ ধৰিলে। ইপিনে চোতাল ভৰি পৰিল গাওঁৰ পুৰুষেৰে। সৰলাই যেন মেল হে কোচাইছে ! সৰলাৰ মাক পিতাকে মানুহ বিলাক বহাৰ ব্যৱস্থা কৰিলে। আন এঘৰৰ পৰা তামোল-পাণ, তামাখু-চিলিম অনালে। সমাজৰ শোভা বাঢ়ি গ'ল।......মধুনাথৰ বিচাৰ হ'ল। সি ক'ত গৈছে খবৰ কৰালে। মধুনাথ যে সদায় আতৰি ফুৰে, তাক যে লগ পাবৰ উপায় নাই প্ৰত্যেকে উপৰা উপৰিকৈ কলে। মধুনাথৰ চৰিত্ৰৰ বিষয়ে আকাৰে ইঙ্গিতে কোৱা বোৱা হ'ল। বিধবা যে এই বিলাকৰ কাৰণে দোষী কোনো কোনোৱে কলে। বিধবাৰ স্বভাৱ চৰিত্ৰৰ বিষয়ো বহু কথা ওলাল।...... পিতাকে সৰলাক কিছুদিনৰ কাৰণে হলেও লৈ যাব। এনে অৱস্থাত ৰাখিব নিদিয়ে। নতুবা সি যদি এৰি দিয়ে তেতিয়াও কোনো আপত্তি নকৰাকৈ লৈ যাব। জীয়েকক নিয়াটোৱে সকলোৱে সমৰ্থন কৰিলে। মধুনাথক পালে সকলো কথাৰ অন্ত পৰে। ...পুৱা গ'ল, দুপৰীয়া গ'ল, মধুনাথৰ লাই লোতাৰে হল। মধুনাথ মহা বিপাঙত পৰিল। সি কিমান লুকাই থাকিব ! তাক লগ নোপোৱালৈ

যে শহুৰেক থাকিব এই কথাই তাক প্ৰকাশ হ'বৰ বাধ্য কৰালে। ৰাতি চাৰুৰ লগত আলচ কৰি পুৱা শহুৰেকক আহি দেখা দিলে। মনত সি ভাবি লৈছিল শহুৰেকক অপমান কৰি খেদিব তাৰ ঘৰৰ পৰা। তাৰ শহুৰেক যেন তেওঁ নহয়। সৰলাকো ঘৰৰ পৰা বাজ হ'ব নিদিয়ে। আৱশ্যক হ'লে লাঠী টোকানো লব।... সৰলাক যদি ঘৰৰ বাহিৰ কৰে তেনেহ'লে তাৰ কথা সকলোখিনি ফাদিল হ'ব। সিতো ভোজ, ভাত দিবই লাগিব তদুপৰি কি সতে সমাজক সি নাক দেখুৱাব।

শহুৰেকে 'বাপা' বুলি মাত লগোৱাৰ লগে লগে গাৰ কঁপনি উঠিল। সি শহুৰেকৰ আগত স্বৰগ পৰা মানুহৰ দৰে তলমুৰকৈ থিয় হ'ল হি। ইতিমধ্যে গাৱঁৰ পৰা খুড়াক, ককায়েক আদি সম্বোধনৰ ভাগীৰ— লোক জমা হ'ল হি। সি অপৰাধীৰ দৰে থিয় হৈ থাকিল কি কৰ কি নকৰ ভাবি নোপোৱা হ'ল। যি সকলক সি সদায় ভক্তি কৰি আহিছে, যাৰ পৰা বিপদে আপদে সহায় লৈছিল, দিহা পৰামৰ্শ লৈছিল আজি তেওঁলোকক কোন সতে উঠাই দিয়ে। তাৰ কথা জানো ভাগীৰ লোকে নজনাকৈ আছে? লাজে অপমানে জঠৰ হৈ পৰিল।...... দীৰ্ঘ নও বছৰ সৰলাৰ লগত কটালে সৰলাইতো কোনো দিনে তাৰ কোনো ক্ষেত্ৰত ব্যৱহাৰৰ লাঘব কৰা নাছিল। অতদিনেতো তাৰ সমালোচনা কোনেও কৰা নাছিল। সদায় গিৰিয়েক ঘৈণীয়েকৰ প্ৰশংসাহে শুনিছিল। সৰলাৰ ধুনীয়া চকুৰ চেলাউৰি দীঘল চুলি আৰু সুন্দৰ মুখ খন। কেনে অমায়িক তিৰোতা! মানুহে কোৱা শুনিছিল, সৰলাক সি পূৰ্ব্বজন্মৰ সাধনাৰ জোৰতহে পাইছে। চকুৰ আগত ভাহি উঠিল চাৰুৰ চৰিত্ৰ। চাৰুৱে পিতাক, মাক ককায়েকক কেনে ব্যৱহাৰ কৰিছিল। তাৰ প্ৰতি কেনে আচৰণ কৰিছিল, তাৰ কেচুৱাৰ গাখীৰ খিনি তাই যে কাঢ়ি নিছিল আৰু সি যে উখুনী লৈ মাৰিব গৈছিল।

চাৰুৰ কাৰণে গোটেই ঘৰখনেই যে অশান্তি ভোগিছিল ? কত দিন চাৰুৱে তাক জোৰ কৰিছিল সি কেনে ভাবে প্ৰত্যাখ্যান কৰিছিল আৰু সিদিনা তাইৰ লবাৰ পৰ দিব গৈছিল, চাৰুৱে কেনে ভাবে তাক সাবটি ধৰিছিল। সি গৈছিল চাৰুৰ অপপ্ৰচাৰ বন্ধ কৰিবলৈ ; কি উদ্দেশ্য আৰু তাৰ পৰিণতি কি হ'ল। সি ভাবি গ'ল। তাৰ প্ৰত্যেকটি ঘটনাই চকুৰ আগত ভাহি উঠিল। কি কৈফিয়ৎ দিব ? সি জানো উত্তৰ দিবলৈ সক্ষম ?

শহুৰেকে মিহি সুৰেৰে মাত লগালে—"বাপা ছোৱালীটিৰ দেখো অৱস্থা বৰ কাহিল, কিনো ব্যৱস্থা কৰিছা !" খুড়াকে চমক দি কলে— "হেৰ মধু তোৰ কি হৈছে, সদায় আমাৰ পৰা লুকাই ফুৰ যে, অ' সেয়েহে তোক ইমান দিনে দেখা নেপাওঁ। এনে সুন্দৰী ছোৱালী জনীক এনেকৈ শাস্তি কিয় ভোগাইছ ?" ডাঙৰ পিতাকে অসহ্য হৈ কৈ উঠিল, "ককায়েৰা সবাই ৰাম ৰাজ্য পালি। নিজৰ তিৰোতাক এৰি বিধবা স্ত্ৰীৰ লগত সঙ্গ কৰিব ধৰিছ।" কথাৰ সুৰ টানলৈ যোৱা দেখি শহুৰেকে সিমানতে কথা বন্ধ কৰি পুনৰ জোৱায়েকক বহিব কৈ কলে "ছোৱালীজনীক কেদিন মানৰ কাৰণে লৈ যাওঁ। তাতে চিকিৎসা পাতি কৰোগৈ"। মধুনাথ তেতিয়াও নিমাত। আকৌ কলে "তুমিও কেদিন মানৰ কাৰণে আমাৰ লগতে ওলোৱা ; আহৰিয়ো হৈছা। বহু-দিনো যোৱাই নাই।"

সি উসতুস একোকে নেমাতি ভৰিৰ বুঢ়া আঙুলিৰে মাটি খান্দিয়ে থাকিল। তল মূৰ উপৰ নকৰিলে। উপস্থিত থকা আটাই কেজনে তাতকৈ বয়সস্থ ! ওপৰা ওপৰিকৈ প্ৰত্যেক জনে তাক ধিক্‌কাৰ কৰিলে।...মধুনাথৰ অৱস্থা সৰলাই দেখিলে। গিৰিয়েকে যেন ইচ্ছা কৰি এই কাৰ্য্য কৰা নাই। সৰলাৰ প্ৰতি অন্যায় গিৰিয়েকে যেন

কৰিব নোৱাৰে। ই ভগবানৰহে যেন লীলা! তাই যেন নিজেই সমাজক কব...।...চাৰুৰ অসহ্য হ'ল। তাই দেখে যে সৰ্ব্বনাশ! মধুনাথে সকলোকে পণ্ড কৰে। তাইৰ কাৰচাজি সকলো পণ্ড হয়। বাধ্য হৈ গিতো সৱলাক আকোৱালি লবই; সি যদি শহুৰেকৰ ঘৰলৈ যায় তেনে হলে তাইৰ সৰ্ব্বনাশ। জীৱনটোৱে তাইৰ ধ্বংস হব। কথাৰ সোঁত প্ৰবল গতিত বলাৰ লগে লগে তাইৰ ভয় বাঢ়ি গ'ল। তাই উচপিচাব ধৰিলে।...মধুনাথৰ মনত ঢৌ খেলিবলৈ লাগিল। সি কি কৰা উচিত! সম্মতি দিলে সি উদ্ধাৰ হয়; সমাজৰ পৰা মুক্ত হয়, তাৰ জীৱন পুনৰ ফিৰাই পায়। চাৰুৱে আৰু মেৰ পাতি বান্ধিব নোৱাৰে। পুনৰ সি মধুনাথ বুলি পৰিচয় দিব পাৰিব। মূৰৰ ওপৰৰ পৰা আজি তাৰ গধুঁৰ বোজা নমাব পাৰিব। সৱলাও যাব মধুনাথো লগতে যাব।

ঘৰৰ ভিতৰত যেন ফেটী সাপেহে ফোঁপাইছে, মনৰ ভিতৰত উগুল থুগুল কৰি তুলি থকা ভাব বোৰে ভূমিকম্পই পৃথিবী কঁপোৱাৰ দৰে তাইক কপাঁব ধৰিলে। কি কৰে! হাতৰ কুঠাৰ এতিয়া ভৰিত মাৰিব। মধুনাথক হাত কৰি পেলাব। তাইৰ সৰ্ব্বনাশ! গলিত ধাতু ভূগৰ্ভৰ পৰা উদ্গীৰণ হ'ল। তায়ো গোজৰি উঠিল—"কাৰ বাঢ়া ভাত খাব গৈছো, হোৱাই নোহোৱাই কিয় কামোৰে।" আগ্নেয়গিৰি ফুটাৰ লগে লগে যি প্ৰলয়ৰ হুঙ্কাৰ বাজে, চাৰুৰ গোজৰনিত চোতালতে বান উঠিল। ডবৰা ডবৰি লাগি পৰিল। কেইজন মান ওলাল চাৰুক পিটি দৰ্পচূৰ্ণ কৰিবলৈ কেজনমানে হকা বধা কৰিলে। কাউৰীৰ অপৰাধত যি কোঢ়াল লাগি পৰে সেই কোঢ়াল লাগি পৰিল। চুবুৰীৰ লৰা ছোৱালীবোৰে ৰং চাবলৈ দৌৰ ধৰিলে। তিৰোতা সকলে জুমি জুমি হৈ-চৈত কি হয় কি নহয় তাকেই চাব ধৰিলে। কোনো কোনো

আহিল মাৰ পিট লগা বুলি চাবলৈ।······চাৰুৰ বাক্য বোমে কাড়ৰ দৰে মধুনাথক বিন্ধিব ধৰিলে। তাৰ মুখৰ ৰং নিমিষতে কেহেৰাজ বৰণৰপৰা ৰঙা হৈ পৰিল। চাৰুৰ ওপৰত চলা তিৰস্কাৰ তাৰ অসহনীয় হৈ পৰিল। সি থাকোতে চাৰুক কোনে কি কৰিব পাৰে! চাৰুৰ দোষাদোষ কৰৰ কাৰ স্বত্ব আছে? ·····সি গৰজি উঠিল "মোৰ চোতালৰ পৰা তইঁত ওলাই যা। মোৰ স্ত্ৰীক মই থিয়েই নকৰো, মাৰি কাটি দলিয়াই পেলালেও তইঁতে একোকে কৰিব নোৱাৰ। মোৰ তিৰোতাক ক'তো যাব নিদিওঁ। মৰে যদি ইয়াতে মৰিব। কোনেও একো কৰিব নোৱাৰে।"··· মধুনাথ ঘৰৰ ভিতৰ সোমাল গৈ। দুৱাৰ গড়িয়াৰ পৰা চাৰুৱে বাক্য-বান এৰি থাকিল।

স্বামীৰ ঘৰ এৰি সৰলাই যাবলৈ অস্বীকাৰ কৰিলে। তাই স্থিৰ কৰিছিল যদি স্বামীৰ ঘৰতে তাইৰ মৃত্যু হয়, স্বামীৰ দৰ্শন, স্বামীৰ স্পৰ্শ লাভ কৰিব। তাই মুক্তি পাব। এই ঘৰ এৰিলে ইহ জনমলৈ তাই স্বামীক দেখা নেপাব। অত্যাচাৰ নিৰ্যাতন সকলো পাহৰে স্বামীৰ দৰ্শন পালে। তাই ক'তো নেযায়। ইয়াতে থাকিব, ইয়াতে মৰিব। এই আশাকে লৈ তাই ইমান দিন থাকিছিল। তাইৰ দুখৰ কথা কাকো নকৈছিল। একমাত্ৰ ভগবানৰ বাহিৰে তাইৰ দুখ কোনেও মোচন কৰিব নোৱাৰে বুলি ধুকুপ কৈ লৈছিল।······পিতাক মাকে কত কলে, গাৱঁৰ তিৰোতা সকলে বুজালে তথাপি তাই অচল অটল। তাই স্বামীক এৰি নেযায়।

মধুনাথৰ ওপৰত সমূহ গঞাঁ লোকৰে তৰ্জন গৰ্জন চলিল। পলকতে হুৰামুৰা, হৈ—হৈ লাগি পৰিল। গঞাঁ লোকে তাক বান্ধি ধৰি কিল শোধাবৰ আয়োজন কৰিলে। শহুৰেকে কোনো মতে বন্ধ কৰিলে। অৱশেষত জোৰ পূৰ্ব্বক সৰলাক মাকৰ ঘৰলৈ পঠিওৱাৰ

ব্যৱস্থা কৰিলে। গৰু গাড়ী ঠিক হ'ল। মাক জীয়েক গাড়ীত উঠিল। শহুৰেক লাখুটি জোকাৰি পিচে পিচে গ'ল।

*　　*　　*

## ৩

সৰলাক মধুনাথে দ্বিতীয়বাৰ ঠাই নিদিয়ে। তাই আহিলে ঘৰ সোমাব নিদিবলৈ দৃঢ় সংকল্প হ'ল। সৰলা ঘৰৰ বাজ ওলোৱাৰ লগে লগে তাইৰ কাপোৰ-কানি, বিচনা পাতি, জিনিচ-পত্ৰ সকলোখিনি চাৰুৰ হস্তগত হ'ল। চাৰু নিষ্কণ্টক হ'ল। চকুৰ আগৰ পৰা সৰলা আতৰাই অদিকাজোহ যোৱা যেন পালে।···· চাৰুৰ লগত সংসাৰ কৰি মধুনাথৰ দিনবোৰ যাব ধৰিলে। দিন যিমানে গ'ল মধুনাথৰ মনলৈ অশান্তিৰ ছায়া আহিল। তাৰ ভাল নলগা হ'ল। থকাই খোৱাই সুখ নোপোৱা হ'ল। কোনো কাম বা জিনিচৰেই পৰিপাটি নাই। গোটেই অশৃঙ্খল। চাৰুৰ মাত কথাত সি ক্ৰমাত আমনিবোধ কৰি গ'ল। তাইৰ ব্যৱহাৰত বিৰক্তি পোৱা হ'ল।

সৰলা আতৰাত চাৰুৰ মনত কোনো সন্দেহৰ ভাব নেথাকিল। তাই নিজৰ ডেমাকী ভাবতে চলি গ'ল।·····চাৰিবাৰ ভ্ৰূণহত্যা কৰি, শেষত দেখিলে মধুনাথক সাঙুৰিবৰ একমাত্ৰ প্ৰধান উপায় সন্তানৰ পৰিচয়েৰে। মধুনাথকো সন্মত কৰালে। চাৰুৱে বুজি লৈছিল প্ৰেম অস্থায়ী। মধুনাথ হয়তো এদিন সন্তানৰ কাৰণে অতীষ্ঠ হব। হয়তো তাৰ সন্তানক সি ওভতাই আনিব। তেতিয়া হলে চাৰুৰ লগত তাৰ সম্বন্ধৰ জৰি চিঙিব। ভবিষ্যত বিপদৰ হাত সাৰিবলৈ মধুনাথৰ সন্তানৰ জৰিয়তে।······এমাহ দুমাহ কৰি মাহ গৈ দহমাহত ভৰি দিলে।

চাৰুৰ প্ৰসব হ'ল। মধুনাথে সন্তানৰ মুখ দেখিবলৈ পালে। ... সন্তানক কোলাত তুলি চুমা খাই সবলাৰ ঔৰসজাত লবাৰ কথা সি পাহৰিলে।

সেই দিন ধৰি গওঁৰ লোকৰ মধুনাথৰ লগত কোনো সম্বন্ধ নাই। কোনো তাৰ ঘৰলৈ নাহে, তাৰ খবৰো নলয়। চাৰুৰ সন্তান ওপজা বাতৰি গাৱঁত ৰাষ্ট্ৰ হ'ল। সমাজে মধুনাথৰ ওপৰত হেমটাঙোন দাঙি ললে। মেল বহিল। দোষী হ'ল চাৰু। চাৰুক সমাজলৈ মাতি পঠিয়ালে। তাই সমাজ নেমানো বুলি খাটাং জবাব দি পঠিয়ালে। ......এজনী তিৰোতাক সমাজে কি কৰিব নোৱাৰে? তাইৰ দৌৰাত্ম্য, তাইৰ অত্যাচাৰ, তাইৰ ব্যৱহাৰত সকলোৱে ক্ৰুদ্ধ। তাইক এশিকনি দিয়াৰ ইচ্ছা সৰু ডাঙৰ সকলোৰে।......সমাজ নমনা প্ৰত্যুত্তৰত গোটেই খন সমাজক মৌ বাহত জোকাই লোৱা যেন কৰিলে। খঙতে দাঁত মুখ কামুৰিব ধৰিলে। কেজন মান গা উঠা ডেকাই তাইক টানি আনিবলৈ ওলাল। কেইজন মানে বাধা দিলে।......তাৰ পিচত মধুনাথক মাতিব পঠিয়ালে, সিও নাহিল। একে জবাবকে দি পঠিয়ালে। বয়োবৃদ্ধ সকল দিহা বুদ্ধি হেৰুৱাই যেন হতভম্ব হৈ পৰিল। গা উঠা কেজনৰ একো কৰিবলৈ নেপাই গৰম তেজৰ প্ৰবল সোঁত চেচা হ'ল। ......মধুনাথ আৰু চাৰু উভয়কে সিহঁতে মাৰ ধৰ কৰিব পাৰে। বল বুদ্ধি থাকিলেও যে মধুনাথ পৰাজয় হব সকলোৱে বুজিলে। কিন্তু মধুনাথৰ হাতত ধৰাৰ লগে লগে এখন খণ্ড যুদ্ধ হব ইও ধ্ৰুপ। যি খণ্ড যুদ্ধ হব তাৰ পৰিণামো যে বিপদজনক তাকো বুজি ললে।......সকলো বাদ দি মধুনাথৰ ওপৰত কি শাস্তি বিধান কৰা হব সেয়ে আলচ হ'ল। মধুনাথক গাৱঁৰ, সমাজৰ পৰা জুই পানী আলগ কৰিলে। তাৰ ঘৰে-দুৱাৰে যিয়ে আহে তাৰ ওপৰতো একে শাস্তিকে বিধান কৰাৰ বায়

হ'ল। যেতিয়ালৈ মধুনাথে সমাজক দণ্ড নিদিব, সমাজকমুখুৱাব তেতিয়ালৈ তাৰ উদ্ধাৰ নাই।

ক্ষন্তেকৰ কাৰণে হলেও মধুনাথে সমাজৰ ৰায় শুনি শান্তিৰ নিশ্বাস পেলালে। ভয় আতঁৰিল। সমাজৰ পৰা নিষ্কণ্টক হ'ল। চাৰু আৰু মধুনাথৰ এয়ে সংসাৰ, এয়ে সিহঁতৰ সমাজ।..... সমাজ সাপেক্ষ মধুনাথক চাৰুৱে বান্ধি লব পৰাত মনৰ পৰা সন্দেহ ভয় ভীত সকলো আতৰিল। এয়ে তাইৰ কামনা।

কোলাৰ কেছুৱা এমাহ দুমাহ কৈ ডাঙৰ হ'ল। থিয় দিব পৰা হ'ল। মাত কথা ওলাল। চাৰুৰ মনলৈ নিৰাপত্তাৰ প্ৰশ্ন আহিল। সৰলাৰ সন্তানে এদিন মধুনাথৰ সম্পত্তি দাবী কৰিব। তেতিয়া মধুনাথৰ ঔৰসৰ চাৰুৰ সন্তান সম্পত্তিৰ পৰা বঞ্চিত হব।.... কথাটো মধুনাথক ভালদৰে বুজাই কলে। তাৰো দিহা কৰিম বুলি মধুনাথে সম্মতি দিলে।

...সৰলা গ'ল। শহুৰ শাহু বৰ্জিত হ'ল। সমাজৰ পৰা আলগ হ'ল। নিজৰ সন্তান হেৰুৱালে। কি হ'ল তাৰ! কিয় এনেকুৱা হ'ল! পৰিণতি কি হ'ল! সি চুপি ফুৰিবৰে প্ৰয়োজন কি? চাৰুৰ পৰা যেতিয়াই আতঁৰ হয় সি ভাবিব ধৰে। স্ব ইচ্ছাই সি তাৰ প্ৰকৃতিৰ পথ বান্ধিব নোৱাৰিলে। বাধ্য হৈ নিজস্ব ত্যাগ কৰিলে। সি চাৰুৰ হাতৰ মুঠিলৈ অহাৰ পৰা চাৰুৰ দ্বাৰা চালিত যন্ত্ৰ হৈ পৰিল। তাৰ নিজস্ব কৰ্ম্মচিন্তাশক্তি নিষ্ক্ৰিয় হৈ পৰিল।...সমাজৰ পৰা এঘৰীয়া হ'ল, খেতিবাতি চন পৰিল, বহিৰ্জগতৰ সম্বন্ধ চিঙি গ'ল। পেটে ভাতে খাই বাচি থাকিল যদিও তাৰ মনত পতনৰ ছাঁ দকৈ শিপালে। কাম বনত ৰাপ নাই। হাত লাৰি ভাত খাব নোৱাৰা হ'ল। য'তে ত'তে যি কোনো সময়তে সি বহে, কেতিয়াবা ওপৰলৈ চকু তুলি

মুকলি আকাশলৈ, কেতিয়াবা তলমূৰ কৰি পৃথিবীলৈ চাই থাকে। কি চায়, কি ভাবে সি কব নোৱাৰে।

চাৰুৰ খেচখেচনিত বৰ নোৱাৰি তাৰ ভাগৰ সমুদায় সম্পত্তি চাৰুৰ নামত লিখি দিলে। নগৰলৈ গ'ল। সদৰ আদালতত ৰেজিষ্ট্ৰি কৰি সি উভতিল।...চাৰুৰ ভয় নেথাকিল। মধুনাথ আতৰি গলেও এতিয়া তাইৰ হানি নাই। সমস্ত সম্পত্তিৰ অধিকাৰী তাই। তাইৰ ক্ষমতাৰ তলতীয়া হ'ল মধুনাথ। সৰলা যোৱা দিনৰ পৰা চাৰু এখোজ আগ বাঢ়িল। সমাজ বহা দিনৰ পৰা তাই দুখোজ আগুৱালে। মাটি সম্পত্তি হাত হোৱাৰ পৰা তাই মূধাত উঠি বহিল। এতিয়া মধুনাথ যেন তাইৰ বহতীয়াহে। মাত, কথা, ব্যৱহাৰ সকলোৰে পৰা সি বঞ্চিত হ'ল। গালি গালাজৰ ওপৰতে তাৰ দিন বোৰ যাব ধৰিলে। চাৰুৰ হুকুম, কথা সি আখৰে আখৰে পালি যায়।

চাৰুৰ অত্যাচাৰ তাৰ ওপৰত অবাধে চলিল। তাৰ অন্তৰ দুখতে ক'লা পৰিল। চিন্তাত তাৰ পেটলৈ ভাত নোযোৱা হ'ল। চকুত টোপনি নাইকিয়া হ'ল। ক্ৰমাত সি ক্ষীণাই গ'ল। সৰলালৈ মনত পৰে, সি চকুলো টোকে। অন্তৰৰ ব্যথা কৰৰ কোনো নাই। এবাৰ কথা কবলৈ কাকো নেপায়। গাওঁৰ ভাগীযোগী কোনো কাষেৰে গলেও নেমাতে। আত্মীয় কুটুম্ব সকলোৱে আতৰি গৈছে। ঘটি যোৱা প্ৰত্যেকটি ঘটনাই. প্ৰত্যেকটি কথাই তাক খুন্দিয়াবলৈ ধৰিলে। সি পুনৰ মনক প্ৰশ্ন কৰে, কিয় এনে হ'ল? দৈবৰ লিখন। মহাভাৰতৰ আখ্যান হৰিশ্চন্দ্ৰ, নল, শ্ৰীবৎস ৰজাৰ কাহিনী সিবোৰ তাৰ মনত বাস্তব হ'ল। শনিৰ প্ৰকোপত পৰি তেৰা সকলে লঘু লাঞ্ছনা নিৰ্য্যাতন ভোগ কৰিব লগা হৈছিল। তাৰো দিন নিশ্চয় কোনো গ্ৰহৰ ফেৰত পৰিল। বিধিৰ বিধান কোনেও খণ্ডাব নোৱাৰে। ভগবানৰ সুদৃষ্টিত

দিন মুকলি নহলে তাৰ উপায় নাই। এনে ধৰণে শাস্ত্ৰকাহিনী সকলো বোৰৰ কথা সি ভাবি যায়, আৰু হুমুনিয়াহ কাঢ়ি চকুলো টোকে।... বিধবা বৌয়েকৰ লগত সঙ্গতি নকৰি যদি এগৰাকী নহয় তিনি গৰাকীও বিয়া কৰায় তেতিয়াতো সি সমাজৰ পৰা ব'দা নহয়। তাৰ দুৰ্ব্বল মুহূৰ্ত্তৰ চেলু লৈয়ে চাৰুৱে জীৱন ধ্বংস কৰিলে। নৰ কঙ্কালৰ বাহিৰে তাৰ কি আছে? মাটি গ'ল, লৰা-তিৰোতা গ'ল, আছে মাথো অপযশ। কি কৰে! গভীৰ পানী।

মধুনাথক সন্তুষ্টি কৰাৰ অভিপ্ৰায়ে চাৰুৱে আন পুৰুষৰ লগত সম্বন্ধ এৰিছিল। সাম্যৰ ৰূপ ধাৰণ কৰি মধুনাথৰ লগত চলিল। সি তাইৰ চৰিত্ৰ তলকিব নোৱাৰিলে। চাৰুৰ চৰিত্ৰৰ প্ৰতি তাৰ সন্দেহ যথেষ্টই আছিল। চাৰুৰ পৰশত সকলো সন্দেহ আতঁৰিল! তাৰ মনৰ ভুল বুলি ভাবিলে। দুৰ্ব্বল মুহূৰ্ত্তৰ প্ৰেমৰ সন্ধানে দেখুৱালে চাৰুক লাবণ্যময়ী কৰি আৰু দেখুৱালে তাই তাক কিমান ভাল পায়। চাৰুৱে একমাত্ৰ তাকেই ভাল পায়।. এতিয়া চাৰুৰ লগত বাহিৰা লোকৰ সঙ্গতি প্ৰকাশ্যে চলিল। সি ভাবে, দিনৰ ভিতৰত যি বিলাক মানুহে সিহঁতৰ ঘৰে দুৱাৰে নাহে, সি বিলাকে সিহঁতৰ লগত কথা বতৰা হলেই দণ্ড দিব লাগে সেই বিলাকৰ লগত চাৰুৰ গোপন সকাম কি? সিহঁত কিয় আহিছিল, সি সোধে। উত্তৰ স্বৰূপে সি পায় অবাঞ্ছনীয় গালি শপনি। মনৰ সন্দেহ মনতে থাকিল। তাৰ চকুমেল খালে। সি দেখা পালে চাৰুৰ লগত নিশা আন দ্বিতীয় পুৰুষে আমোদকৰা। তাৰ জীৱনৰ ভুল ভাঙিল। চাৰুৰ কাৰচাজি সকলো বুজি পালে।...প্ৰথম দিনা গ'ল। তাৰ পিচৰ দিন ৰাতি সি ভাবিয়ে থাকিল। ইফালে এবাৰ যায় সিফালে এবাৰ যায়। স্থিৰতা নাই কিয়া হ'ল। সন্ধিয়াৰ পিচত ৰাতি হ'ল। আগ নিশাৰ নিচিনাই-চাৰু প্ৰমোদত বিভোল।

তাৰ সহ্য নহ'ল। মূৰ গৰম হ'ল। সৰ্ব্ব শৰীৰৰ পৰা ঘাম বাহিৰ হ'ল। সি কঁপিব ধৰিলে। খোঁটালীৰ পৰা ওলাই আহিল। বৰ ঘৰৰ কাঁপিত পালে কুঠাৰ। হাতত তুলি ল'লে। দুৱাৰ বন্ধ। ভৰিৰ গুৰিত দুৱাৰৰ গাঁথি ছিঙি গ'ল। কুঠাৰেৰে মূৰলৈ ঘাঁপ বছৱালে। ভিতৰত আছিল মহীনাথ। তেজাল চেঙেলীয়া ডেকা সি। প্ৰথম ঘাঁ মূৰত নপৰিলেও চাৰু ভালদৰে আহত হ'ল। মহীনাথে মধুনাথৰ আক্ৰমণ ব্যৰ্থ কৰিব খুজিছিল যদিও নোৱাৰিলে। এন্ধাৰ কোঠালী। মনত ভয়। তদুপৰি মধুনাথৰ হাতত গিয়োভাল দৰে ঘাইল হ'ল। প্ৰাণৰ শঙ্কাত আৰ্ত্তনাদ উঠিল।.. মহীনাথ তেজেৰে লুতুৰ পুতুৰ হৈ পলাই ঘৰ পালে গৈ।

* * * *

মাকৰ ঘৰত সৰলা খাই লৈ সুস্থ হ'ল। মনত তাইৰ সুখ নাই। স্বামীৰ পৰা আতৰ হোৱাতো তাইৰ ডাঙৰ দুখ। সৰলাৰ মনৰ পৰা চিন্তা আতৰ হবলৈ মাকে মুঠে আহৰি নিদিছিল। হয় কাপোৰ বাটি-কঢ়াত, নহয় তাত শালত, নহয় সূতা লোৱাত, নহয় আই, বাই, পেহী জেঠাইৰ লগত কথা বতৰাত ব্যস্ত থাকিছিল। সেইবোৰৰ মাজেৰেও সৰলাই গিৰিয়েকৰ চিন্তা কৰিছিল। মাজে সময়ে তাইৰ মূৰ ঘুৰণি উঠে। মূৰ ঘূৰণি তাইৰ বাঢ়ে। মাকৰ ঘৰত থকা জী যেতিয়া বেমাৰ হলেও আদৰ শুশ্ৰূষা পাইছিল। ক'লামুখৰ মাত খাব নেলাগিছিল। ...ইঘৰ সিঘৰৰ জীয়াৰী বোৱাৰীৰ মুখে মুখে ওলাল, সৰলাক গিৰিয়েকে এৰি দিছে। এই কথাৰ কাৰণে তিৰোতা সমাজত কথাৰ পাতা পাতি হ'ল। মাজে মাজে বোলা বুলিও হ'ল। মুখৰ পৰা কথা বাজ হৈ বতাহত মিহলি হ'ল। সৰলাৰ কাণতো পৰিল। এবাৰি মাথোঁ কথা

কিন্তু সেয়েই সৰলাৰ বিষ পান হ'ল। দুখ চিন্তাত পেটত ভাত পানী নোযোৱা হ'ল। গিৰিয়েকে এৰি দিয়া, তিৰোতাৰ অপমানৰ কথা। অসতী, চৰিত্ৰহীনা তিৰোতাক হে গিৰিয়েকে এৰি দিয়ে। গিৰিয়েকে এৰি দিয়াৰ পিচত তিৰোতাৰ স্থান নেথাকে। তাইৰ দ্বিতীয় বিবাহ নহয়। মাক পিতাকক কেইটিমান খৰচবুলি টকা দি গঞাঁক দি আন ব্যক্তিৰে পিচুৱা কৰি লৈ যায়। পিচুৱা তিৰোতাৰ সেই ঘৰত স্থান নেথাকে। আনকি মৰাৰ ভোজ ভাত পৰ্য্যন্ত নিদিয়ে। আত্মঘাতী বা অপঘাত মৃত্যুৰ-ত্ৰেৰাত্ৰি অশৌচৰ দৰে অশৌচ ত্ৰেৰাত্ৰিত খণ্ডন কৰা হয়। সতি সন্ততিৰো সম্পত্তিত সময় বিশেষে স্বত্ব নেথাকে।

মাকৰ ঘৰত জীৱনটো চিন্তাৰ অশান্তিৰ মাজেৰে দুৰূহলৈ লৈ গ'ল। আনৰ ঘৰে দুৱাৰে অহা যোৱা এৰিলে।...স্বামীৰ প্ৰতি কদৰ্থনা, লাঞ্ছনা, নিৰ্য্যাতন পাইছিল ; ভাত মুঠিৰ পৰা বঞ্চিত হৈছিল যদিও এতিয়া তাতোকৈও যেন তাইৰ দুখ বেছি।...তাইৰ স্বাভাৱিক বেমাৰ উপস্থিত হ'ল। কোনোবাই কৰবাত কিবা কথা কলেই তাই চক খাই উঠে যেন তাইৰ হে কথা কৈছে। এই বিলাককে গুণি গাঁথি ঘৰৰ বাজ নোলোৱা হ'ল। চিন্তাত গৰ্ভ গলিল। খোৱা লোৱাই তাইক ৰুচি দিব নোৱাৰা হ'ল।...এতিয়া যদি তাই গিৰিয়েকৰ ওচৰ চাপে ঠাইতো নিদিয়ে। আগতে এটি ঘৰেই পাইছিল। এতিয়াতো সিও নহব। চৌহদৰ ভিতৰ সোমাব নোৱাৰিব।..কিজানিবা এতিয়া গিৰিয়েকৰ অনুতাপ আহিছে। চাৰুৰ ব্যৱহাৰত কিজানি অসন্তুষ্টই হৈছে। তাইতো কোনো বা-বাতৰি নেজানে। অহা দিন ধৰি গিৰিয়েকৰ কোনো খবৰ তাই পোৱা নাই। তাই গিৰিয়েকৰ খবৰৰ কাৰণে উদ্বিগ্ন হৈ পৰিল।

পৰচৰ্চ্চা কৰা তিৰোতা সকলৰ প্ৰধান দস্তুৰ। বাহ্যিক, সামাজিকৰ বা-বতাহ নেপাই, চাৰি বেৰৰ মাজতে সিহঁতৰ জীৱনযাত্ৰা। বাহ্যিক-তাৰ পিনৰ পৰা সিহঁত অন্ধ। আপোন পেটীয়া স্বভাৱ তিৰোতাৰ জন্মগত। প্ৰথমে সিহঁতে নিজৰ স্বাৰ্থ পূৰণ কৰিবই কৰিব। নিজৰ বাহিৰে আন নুবুজে। বিয়াৰ পিচত স্বামীক পাই নিজত্ব কিছু অংশ স্বামীৰ হাতত অৰ্পণ কৰে। তাৰ পিচত লৰা ছোৱালীৰ ওপৰত দিয়ে। সিহঁতৰ জীৱন যাত্ৰাৰ গণ্ডী ক্ষুদ্ৰ। কামনা-বাসনা আৰু মাতৃত্বই তিৰোতাজাতি।..ঘৰৰ ভিতৰত গিৰিয়েক বা আন কাৰোবাৰ পৰা যি শুনে সেয়ে সিহঁতৰ সম্বল। তাকে সাৰ কৰি লৈ চাৰি আথৰ জোৰা খহা দি সিহঁতৰ সমাজত উলিয়ায়।...সৰলাৰ চৰিত্ৰৰ ওপৰত বহুন সানি সিহঁতে বহু কথা উলিয়ালে। সিহঁতৰ কথাৰ অন্ত নাই। শব্দৰ স্পন্দন বায়ুত লীন হৈ সৰলাৰ কাণত সোমাল হি। সৰলাৰ সৰল হিয়া দহি গল। সৰলাৰ মাক নিৰ্জু, সৰল আছিল যদিও সৰলাৰ কাৰণে গা-পাতি ফুৰাত কথাৰ ৰেখা আৰু বাঢ়িল। বোৱতী সোঁতে বাধা পালে তাৰ কোব বাঢ়ে। কথা বতৰাৰ যুক্তিৰ সীমা নেথাকিলে যদি প্ৰতিবন্ধক পায় তেনেহলে তাৰ প্ৰচাৰো বাঢ়ে।

গিৰিয়েকৰ খবৰ লবলৈ সৰলাই পিতাক মাকৰ ওচৰত হিয়া ভুকুৱাই কান্দিলে। জোৱায়েকৰ ব্যৱহাৰত অসন্তুষ্ট হৈ পিতাকে জোৱায়েকৰ কাষ নেচাপিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছিল। জীয়েকৰ বিননিত কঠোৰ প্ৰতিজ্ঞা ন ৰহিল। দিন চেৰেকৰ মূৰতে পিতাক যোৱাৰ ঠিক কৰিলে।

• • • •

সবলাৰ বুকু উদং কৰি বুকৰ জীও কেচুৱাটি যেতিয়া আঁতৰিল তাই থিৰে থব নোৱাৰা হ'ল। অতদিন তাৰ মুখৰ পিনে চাই দুখকষ্ট নীৰৱে সহ্য কৰি আছিল। এতিয়া তাই কাৰ পিনে চায়! তাই কাক চাই সান্ত্বনা লভিব? চকুৰ পানী আঁতৰিল। মুখৰ মাত আঁতৰিল। দিনৰ পিচত ৰাতি, ৰাতিৰ পিচত দিন তাই বিচনাতে পৰি থাকে। কোনেও তাইক জোৰ কৰিও খুৱাব নোৱাৰা হ'ল। তাই কি কৰিব, তাইৰ উদ্দেশ্য কি আনেতো নেজানিলেই তায়ো নেজানিলে।

সবলাৰ আশা নাই, ভৱিষ্যত নাই। আশাৰ ফিৰিঙতি যিকণ আছিল সিও আঁতৰিল। জন্মদাতা পিতাক মাক আছে সঁচা, কিন্তু বিবাহৰ পিচত তেওঁলোকো পৰ। সময়ত বাধ্য হৈ পিতাক মাকে সাৱটি ললেও সি ক্ষন্তেকীয়া। জীয়েকৰ দুখ সহিব নোৱাৰি পিতাক মাকে তাইক তেওঁলোকৰ আশ্ৰয়লৈ আনিছে। সবলা পিতাক মাকৰ আশ্ৰয়ত পালিতা। সামাজিক ক্ষেত্ৰত ন্যায়তঃ সবলাৰ পৈতৃক ভিঠিৰ ওপৰত কোনো অধিকাৰ নাই। বিয়াৰ আগমুহূৰ্ত্তলৈ পিতাক মাকৰ দায়িত্ব থাকে, পৈতৃক ভিঠিত স্বত্ব থাকে। বিয়াৰ পিচত পিতা মাক সম্বোধনত থাকে যদিও সোধ পোচে, আচাৰ ব্যৱহাৰ আত্মীয় কুটুম্বৰ নিচিনাই হৈ পৰে। বিয়াৰ পিচৰ পৰা তিৰোতা স্বত্বাধিকাৰী হয় স্বামীৰ ঘৰত। সেয়ে তাইৰ ঘৰ, সেয়ে তাইৰ সম্পত্তি। সিইঁতে তাইৰ আপোন। পিতা, মাতা, ককাই, ভাই সকলো যেন আত্মীয় কুটুম্ব। ..গিৰিয়েকৰ ঘৰতে যদি থামচি ধৰি থাকে তেনেহলে সম্পত্তিৰ স্বত্ব পায়, নহলে তাই যদি দ্বিতীয় পুৰুষৰ কাষ চাপে প্ৰথম পুৰুষৰ সম্পত্তিৰ ভাগৰ পৰাও বঞ্চিতা হয়। এয়ে সমাজৰ ৰীতি-নীতি। বেদ উপনিষদ, শাস্ত্ৰ সাহিত্যত

নাৰীৰে সৰ্ব্বশ্ৰেষ্ঠ স্থান। নাৰীৰ পূজা, নাৰীৰ মাতৃত্বৰ গুণ গৰিমাৰে সাহিত্যৰ সৃষ্টি। লিখনী হ'ল আকাশ লজ্জা আৰু বাস্তৱ হ'ল সাগৰৰ তলি।

সৰলা এঠাইৰ, এঘৰৰ। চাৰু আন ঠাইৰ আন ঘৰৰ। জীৱকান্ত আৰু মধুনাথ দুয়ো ভাই ককাই এক পিতৃ-মাতৃৰ সন্তান। দুয়ো দুয়োৰো সংসাৰ পাতিলে ভিন্ন গাঁৱৰ ভিন্ন বংশৰ তেজ পানীৰ কন্যাৰে। জীৱকান্তই মধুনাথক মৰম কৰিছিল। মধুনাথে ককায়েকক ভক্তি-কৰে। চাৰু-সৰলাই বুজি নেপায় সিহঁত দুয়ো ভাই ককায়েকৰ অৰ্থ। চাৰুৱে বুজে নিজৰটো আৰু বুজে নিজৰ স্বামী-সন্তানক। মধুনাথ কি হয়? তাক আপোন কৰি লোৱাৰ মৰ্ম্ম তাই নুবুজে।..... ভিন্ন আচাৰ ৰীতি, পাৰিপাৰ্শ্বিকতাত জন্ম দুই জাঁয়েকৰ। সিহঁতৰ নিজৰ বংশগত বা জন্মগত স্বভাৱ কি দৰে এৰে? আন পিনে নিজৰ স্বামীক আপোন কৰি লওঁতে আহি পৰে সিহঁতৰ গাই গোটা পেটে ভৰাল প্ৰকৃতি। খোৱা বোৱালৈ আহি পৰে হিংসা কপটতা আৰু তাৰ পিচত মনোমালিন্য। গিৰিয়েকৰ কাণৰ কাষত আন জনৰ বিপক্ষে অনৰ্গল বিৰুদ্ধাচাৰী কথাৰ বান চলায়। হয়তো সময়ৰ সোঁতত ঘৈণীয়েকৰ বান্ধত গিৰিয়েকো মেৰ খায়।

ভাই ককায়েকৰ মৰম চেনেহ বিয়াৰ আগমুহূৰ্ত্তলৈ অটুট থাকে। আটাই কেইজনৰ বিয়াৰ পিছত ভাই-ককাইৰ সম্বন্ধৰ ডোল বলি বলি শেষত ছিঙি যায়। জায়েকহঁতৰ স্বভাৱগত স্বাৰ্থবিদ্বেষ সংঘৰ্ষলৈ ৰূপ লয়। পৰুৱাই পৰ্বত খহায় হেজাৰ হেজাৰ দিনৰ অবিৰাম চেষ্টাত। ... বিয়াৰ পিচত ভায়েকে ভায়েকৰ সম্বন্ধ ছিঙি দি নকৈ ঘৰ তাতেই যেন এপুৰুষৰ বুৰঞ্জী শেষ।

০ ০ ০ ০

পিতাকৰ আদৰৰ হলেও সবলাৰ ন্যায়তঃ পৈতৃক সম্পত্তিত স্বত্ব নাই। তাৰ বাবেই গৰিহনা অপযশ পাইছে। বিয়াৰ পিচতো যদি ভায়েক ইতৰ দৰে সম্পত্তিত স্বত্ব থাকিল হেঁতেন তেনে হলে সবলাই লোক অপযশ হয়তো নেপালে হেঁতেন।

গিৰিয়েকক এৰি যোৱাৰ কেইমাহ মানৰ মূৰত সিহঁতৰ গাৱঁত এক মহিলা সভা বহে। মহিলা সভাৰ নেত্ৰীৰ মুখত মহিলা সভাৰ উদ্দেশ্য বোৰ ভাল দৰে তাই শুনিছিল।......মন মাৰি ঘৰৰ ভিতৰত সোমাই থকাতকৈ নাৰীৰ সেৱাত ব্ৰতী হোৱাৰ কথাই তাই ভাবিলে। মনত কোনো ৰকমৰ অমঙ্গলীয়া চিন্তা তাইৰ আহিব নোৱাৰিব। হয়তো পূৰ্ব্বজন্মৰ পাপো খণ্ডন হব।......মহিলা সভাত যোগ দিয়াৰ কথাকেই তাই সিদ্ধান্ত কৰিলে।

মাক পিতাক কোনো মতে সন্মত নহল। জীয়েকক কলৈকো যাব নিদিয়ে। জীৱন ভৰ পুহি ৰাখিব। পিতাক মাক থাকোতে জীয়েকৰ আলাই আথানি হবলৈ দিব নোৱাৰে। জীয়েকক আগত ৰাখিয়ে মাক পিতাকে সুখ লভিব।

দিনৰ পিচত মাহ পাৰ হৈ গ'ল। ইয়াৰ ভিতৰত কত মৰিল কত উপজিল।......জীয়েক সবলালৈ এজন ভাল লৰা ঘৰতে চপাই লবলৈ পিতাকে আলচিলে। জীয়েকৰ নামত কিছু মাটি-সম্পত্তি অৰ্পণ কৰিব যাতে ভাল দৰে খাই থাকিব পাৰে। জীয়েক সন্মত নহল। পিতাকে ভাবিলে, ভাল লৰা পালে জীয়েক সন্মত হব। প্ৰথমে সন্মত নহলেও পিচলৈ গৈ সন্মত হব। * * * পিতাকৰ মনোমত লৰা নেপালে। যি দুই চাৰিজন ওলাল সিও অঁকৰা নাইবা চৰিত্ৰহীন। এবছৰ কাল লৰা বিচাৰি নোপোৱাত, দুৰূহ বুলি ভাবি এৰি পেলালে। * * * যি কৰ্ম্মী, তাৰ স্বাধীনতা আছে। তাৰ মান সম্ভ্ৰম আছে। সি সমাজ

আৰু নিজৰ নিজত্ব বুজি পায়। দুখ কষ্ট, ঘাত প্ৰতিঘাতৰ মাজেদি হলেও সি তাৰ সংসাৰ চলাই লৈ যায়। কোনো কৰ্ম্মী লোক পৰৰ আশ্ৰয়ত চপনীয়া হৈ নেথাকে।

সৰলাৰ সুখ তৃপ্তিৰ কাৰণে পিতাকে উপায় বিচাৰি ক্লান্ত হৈ পৰিল। স্বামী অবিহনে যৌবনকাল কটোৱাত যে জীয়েকৰ অপাৰ দুখ হৈ পৰিছে ভাল দৰে উপলব্ধি কৰিলে। সৰলাৰ মুখৰ জ্যোতিহীনতাই পিতাকক বৰ দুখ দিলে। তদুপৰি তাইৰ চকুৰ পৰা পানী নাঁতৰে, খোৱা-লোৱা নকৰে, মনমাৰি বিছনাত পৰি থাকে। সৰলাৰ কাৰণে পিতাকৰ দুখৰ সীমা নাইকিয়া হৈ পৰিল।

কাষৰে গাৱঁৰ ৰামনাথৰ ঘৈণীয়েক মৰিবৰ তিনি মাহ হ'ল। চাৰি বছৰীয়া ছোৱালী এজনী এৰি থৈ ঘৈণীয়েক মৰাত তাৰো দুখে কুলাই পাচিয়ে নধৰা হ'ল। অৱস্থা তাৰ সন্তোষজনক নহয়। খেতিৰ ভাতে নওমাহ মাথোঁ খাব কুলায়। বাকী তিনি মাহ ইয়াৰ তাৰ ঘৰত কাম কৰি কোনো মতে ভাত গোকোলায়। খেতিৰ বা বস্তিৰ মাটি বুলিবলৈ ও তাৰ বৰ বেচি নাছিল। আধিয়া মাটি চহ কৰি অৱস্থা এইখিনিলৈ আনে। ৰামনাথ বেচ্ পৰিশ্ৰমী। পৰিশ্ৰম কৰিও যে তাৰ অৱস্থা উন্নত কৰিব পৰা নাই, তাৰ কাৰণ পৈতৃক সম্পত্তি নাছিল। তদুপৰি হালৰ গৰু দুবাৰ মৰাত সি জঁয় পৰি গৈছিল। দ্বিতীয় বাৰ বিবাহৰ কাৰণে তাৰ খৰচ নাছিল। দ্বিতীয় সংসাৰৰ কথা তল পেলাই দুখ কষ্টৰ মাজেদিয়ে দিন অতিবাহিত কৰিলে।

সৰলাক ৰামনাথৰ ওচৰত দিয়াৰ সিদ্ধান্ত কৰিলে। ঘৰৰ কাষতে, মাক পিতাকৰ চকুৰ আগত থাকিব আৰু তাইৰ দুখ নহব। এয়ে আছিল মাক-পিতাকৰ মনৰ ভাব। সৰলাৰ ভৱিষ্যত জীৱনৰ দুখ

মোচনৰ কাৰণে দুপুৰা মাটিও দান দিব। নিয়াৰ দিন বাৰসকলো ঠিক ঠাক হ'ল।

মধুনাথৰ বাহিৰে দ্বিতীয় স্বামী নলবলৈ সবলা দৃঢ়প্ৰতিজ্ঞ। পিতাৰ মাকৰ মনোভাব তাই জানিব পৰাত কান্দি কান্দি আপত্তি কৰিলে। পিতাকে ভাবিছিল সবলাই বুজা নাই কাৰণে আপত্তি কৰিছে। "বিয়া দিয়া কন্যাই শাহুৰী খাটিবলৈ যোৱা পৰত কান্দে।" পিতাকে তেনে ধৰণৰ কথাকে ভাবি জীয়েকৰ কথাত গুৰুত্ব নিদিলে। মাকৰ ওচৰত তাইৰ আপত্তি বিবৰি কলে। মাকে তাইক কত বুজালে তথাপি তাই প্ৰবোধ লব নোৱাৰিলে।

বিয়াৰ দিন আহি পৰিল। সবলাৰ মনত দুখ ভাব নাই। অন্তৰ খন শিলৰ ৰেখাৰ নিচিনা কঠোৰ হ'ল যদিও প্ৰকাশ্যে তাই শান্তনা লাভ কৰাকে দেখুৱালে। সকলোৱে সবলাৰ পৰিবৰ্ত্তন অহাটোকে বুজিলে।

মাজতে তিনিটা দিন। ৰাতি পৰে কত সবলা ঘৰৰ বাজ ওলাল। আৱশ্যকীয় দুখন মান কাপোৰ আৰু তাইৰ হাতত থকা বৎসামান্য পইচা লৈ ৰাজআলিত ভৰি দিলে। তাই কলৈ যাব নেজানে। পোনে পোনে গৈয়ে থাকিল। ৰাজ আলিয়েদি নগৰ পায়গৈ। মানুহ নগৰলৈ ৰাজ আলিয়েদি চলা চল কৰে। তায়ো নিশ্চয় নগৰ পাব।... বাটৰ দুয়ো কাষে হাবি। ৰাতিৰ নিজানত সি গহীন হৈ পৰিছে। মাজে মাজে শুনি গল চৰাই চিৰ্কতিৰ মাত। তাইৰ আগেৰে দুই এটা বনৰীয়া জন্তু চলাচল কৰিলে। কোনেও তাইক বাট আগচি ধৰা নাই। তায়ো কাকো জোকোৱা নাই।...ভয় ভীত তাইৰ অকনো নাই। সেচিনৰ চকাৰ দৰে তাইৰ ভৰি চলি গৈয়ে থাকিল। ৰাতি পুৱাল। বেলি উঠিল। তাৰ পিচত দুপৰ হ'ল। সন্ধিয়াৰ আগে আগে তাই মহানগৰীৰৰ বুকত ভৰি দিলে।

কিংকৰ্ত্তব্যবিমূঢ় হৈ তাই উঠি ৰহিল। নিশাৰ আশ্ৰয়ৰ কাৰণে খোজ দিলে, মানুহৰ ঘৰলৈ। কাৰ ঘৰত সোমাই...কাক কি বুলি কব ?

যাদব দাসৰ ঘৰত নিশা আশ্ৰয় ললে। তেওঁ প্ৰথমে অমান্তি হৈছিল। কিন্তু ঘৈণীয়েকৰ কথাত বাধ্য হ'ল। তিৰোতাৰ লগ তিৰোতা। তিৰোতাৰ দুখ তিৰোতাই নপতিয়ালে আনে নপতিয়ায়। দাসৰ ঘৈণীয়েক সৰলাৰ ব্যথাত ব্যথিত হ'ল। পৰস্পৰে পৰস্পৰৰ দুখৰ আলাপ আলোচনাত মগ্ন হৈ পৰিল। যেনিবা দুয়ো পুৰণি বন্ধুহে, বহু দিনৰ মূৰত লগা লগি হৈছে। ৰাতি গল। পুৱা হ'ল।

* * * *

সৰলা গৈ নাৰী কল্যাণ সমিতিৰ কাৰ্য্যালয়ত সোমাল। সৰলাক বহু ধৰণৰ জেৰা প্ৰশ্ন কৰি কাৰ্য্যালয়ত স্থান দিলে। নাৰীকল্যাণ সমিতিৰ আশ্ৰিত প্ৰায়বিলাক তিৰোতাই সৰলাৰ দৰে দুৰ্ভগা। কে গৰাকী মানৰ বাহিৰে আটাই কেজনী বিধবা। সবলায়ো বিধবা বুলিয়ে পৰিচয় দিলে।

কাৰ্য্যালয়ৰ ঘৰটো পৰিকাৰ পৰিচ্ছন্ন। তাত ৰাইকই, হাই উৰুমি একোৱে নাই। ক্ষন্তেকীয়া কথা বতৰাৰ বাহিৰে প্ৰত্যেকে নিতান্ত নাৰি নিজৰ কামত ব্যস্ত থাকে। মুখমণ্ডলত প্ৰত্যেকৰে কলা ছাঁ। দহি যোৱা অন্তৰ। কথাই কথাই প্ৰত্যেকে এৰে গভীৰ হুমুনিয়াহ। সৰলাৰ হুমুনিয়াহ লগ লাগিল সিহঁতৰ হুমুনিয়াহতে। ঘৰটো গহীন গম্ভীৰ। তাত যেন মানুহ নাই, নতুবা আগতে সি ঠাইত মৰিশালি আছিল, এয়ে ভাব হয়।......নিপীড়িত নিৰ্য্যাতিত হৈ কপালৰ সেন্দুৰৰ ফোট মচি সিহঁত ইয়াতে আলহী হল হি।

কাৰ্য্যালয়ত কেবাখনো তাত শাল আছে। আশ্ৰিতা সকলে সূতা

কটা তাত বোৱা আৰু কাপোৰত ৰঙবিৰঙৰ ফুল তোলা বন কৰিব লাগিছিল। ইয়াৰ আয় উৎপনৰে কাৰ্য্যালয়ৰ যাৱতীয় খৰচৰ পৰা খোৱা লোৱা সকলো খৰচ উলিয়াইছিল। পৰিচাৰিকা আছিল তিৰোতা মানুহ।

মহাত্মা গান্ধীৰ আচনি মতেই সংঘ চলিছিল। সংঘত নিয়মিত ভাবে প্ৰাৰ্থনা আৰু ধৰ্ম্মচৰ্চ্চা হৈছিল। নিৰক্ষৰ তিৰোতা সকল সংঘত অহাৰ লগে লগে লিখা পঢ়া কৰিব লগীয়া হয়। সংঘৰ প্ৰত্যেকে ধৰ্ম্মপুথি আওৰাবলৈ সক্ষম।...মাজে সময়ে সংঘৰ সংগঠনত গাবঁলৈ যোৱা প্ৰত্যেকৰে কৰ্ত্তব্য আছিল।

নগৰৰ গণ্য মান্য লোক সকলৰ নাৰীসংঘই নতুন ফ্যচনৰ সোঁত বোৱালে। নাৰীসংঘৰ কুটীৰশিল্পৰ উপাদান উপভোগ কৰা গণ্যমান্য সকলৰ কৰ্ম্ম। ঘৰুৱা শিল্পৰ প্ৰতি কত যে আগ্ৰহ—কথাৰে কাৰ্য্যেৰে ঘৰে, বাহিৰে, সমাজে প্ৰচাৰ হ'ল।...নাৰীৰ কোমল হাতৰ উপাদানৰ লগতে পাই নাৰীৰ মৌসনা মাত আৰু মধুৰ হাঁহি। সেয়ে নাগৰিক সকলক আকৰ্ষিত কৰি তুলিলে। কিম্বদন্তিৰ দৰে শ্ৰীকৃষ্ণ গোপাল হৈ গৰু চৰোৱা কালত, গৰুৱে যিমানে খায় সিমানে তাৰ পেট নভৰে। ৰাতি দিনৰ চিন নাই। লফ্ লফ্ কৈ খায়ে থাকে। তেতিয়া গোপালে খং উঠি গৰুৰ পেটত গোৰ শোধায় ফুটা পেট কৰিলে। মানুহৰো বয়স ভাটি নিদিয়ালৈ কামশক্তিৰ প্ৰৰোচনাত মন উগুল থুগুল হৈ নাচি থাকে। লোভ নকমে বাঢ়িহে যায়। নিজৰ স্ত্ৰীয়ে যেন কামনা পূৰণত তৃপ্তি দিব নোৱাৰে।....কুটীৰশিল্পৰ প্ৰচাৰ আনহাতে নাৰীসংঘৰ হিতসাধনাৰ্থে যত্নবান হ'ল, মহান আদৰ্শ বুলিয়েই।

কাৰ্য্যালয়ৰ পৰা প্ৰায়ে সন্ধিয়া পৰত নিশাটোৰ কাৰণে দুই এগৰাকী মহিলা বাহিৰ হয়। বিশিষ্ট নাগৰিকৰ তৃপ্তি পলুৱায়। নাগৰিক

সকলেও তাৰে বিনিময়ত ধনে জনে সহায় কৰে। নগৰৰ কথা। প্ৰত্যেকেই নিজৰ কামলৈ ব্যস্ত। আনৰ দোষগুণ খুচৰি ফুৰিবৰ কাৰো সময় নাই, আৱশ্যকো নকৰে। লগ সমনীয়াৰ লগত এনেবোৰ ফুচৰি মেল ওলায় যদিও সি ৰগৰতে পৰিণত হয়।... . সাংসাৰিক আৰু চিৰকুমাৰ বহুলোকে এনেধৰণৰ সম্বন্ধ ঘটাই আমোদ প্ৰমোদ কৰে। বৰমূৰীয়া সকল যেতিয়া সংঘৰ পৃষ্ঠপোষক তাত দায় দোষ নাই। তেওঁলোকৰ জৰিয়তে চৰকাৰী বেচৰকাৰী অনুষ্ঠানৰ লগত ভাল ব্যৱসায় চলে। আৰ্থিক দিকৰ পৰা সন্তোষজনক হৈ থাকিল।

তেওঁলোক সেৱিকা। বিধৱাৰ চলন ফুৰণ নীতি নিয়মৰ পৰা এওঁলোক বহু নিলগত। সেৱিকা যেতিয়া দুখ চিন্তা সকলো আঁতৰাই নতুন জীৱন লৈ নতুন পন্থাৰে আগবাঢ়ে।

সময়ত গভীৰ হুমুনিয়াহ পেলাই যদিও, আনন্দ স্ফুৰ্তিত থাকে। সৰলাক সিহঁতে বহু বুজালে। মনমাৰি থাকি লাভ কি? যিটো হৈ গ'ল গ'ল। এতিয়া যি পাইছা তাকে লব লাগে। তাই হকা বধা নকৰে। কিন্তু নিজৰ মতে তাই চলি গ'ল। তাইৰো চলন গতিৰ পৰিবৰ্ত্তন আহিল। দিনৰ ভাগত বহু পুৰুষে কাৰ্য্যালয় চাবলৈ আহে। তেওঁলোকৰ লগত কথা বতৰা হব লাগে। এতিয়া তাই কথা বতৰা কোৱা হ'ল। বহুতে মহিলা সকলৰ লগত মুখ খজুৱায়হি। দিনৰ পিচত দিন যায়। দিন ক'ত এক ধৰণে থাকে? তায়ো কথাৰ মাজে মাজে তাল দিয়া হ'ল। আন কেজনী মহিলাই পুৰুষৰ লগত সংশ্ৰৱ কৰা তাই জানে। ৰাতি কাৰ্য্যালয় এৰি যোৱাৰ কথাও জানে। কোন পুৰুষৰ কেনে সমাদৰ সিহঁতৰ ভিতৰত আলোচনা হয়, তাই শুনে। ব্যক্তি বিশেষৰ সিহঁত উপভোগ্য হৈ পৰাত কাৰ্য্যালয়ৰ লগে লগে সিহঁতৰো জীৱন নিৰ্বাহ শুভ হ'ল। সুন্দৰ সাজ পোছাক আৰু

লগতে পাই পইচা সিহঁতে পালে। বিধৱাৰ পৰিবৰ্ত্তে সধৱাৰ ৰূপ লাৱণ্য ললে।

সৰলা আহিছিল শাস্তি শৃঙ্খলা বিচাৰি। দ্বিতীয় পুৰুষৰ কাষ নেচাপিবলৈ তাই ঘৰৰপৰা বাজ ওলাল। জনসেৱা কৰি জীৱনৰ বাকীদিন কেইটি কটোৱা আৰু লগতে পূৰ্ব্বজন্মৰ যি অভিসম্পাত আছিল তাক খণ্ডন কৰা। কামনা বাসনাৰ পৰা তাইৰ মন আঁতৰত আছিল। ......মনৰ চিন্তাই সচাঁকৈয়ে তাইক বিধৱাৰ ৰূপ দিছিল। খোৱা লোৱাত তাইৰ তৃপ্তি নাছিল।......তাইৰ লগৰীয়া কেজনী বিধবা। কালত প্ৰত্যেকেই নিজক সংযম কৰিব নোৱাৰি পুৰুষৰ কাষ চাপিছিল। তাৰ কাৰণে সিহঁত সমাজৰ পৰা পতিতা হৈছিল আৰু কোনো কোনো সমাজৰ হেমটাঙোনক ভয় কৰি ইয়াত আহি থিতাপি লৈছে।—এতিয়া অৱশ্যে সিহঁতৰ সুখ। নিৰ্য্যাতন নিপীড়নৰ পৰা সিহঁত মুক্ত। পুৰুষৰ দৌৰাত্ম্য, সমাজৰ কঢ়া শাসনে সিহঁতক চুকি নেপায়। পুৰুষ জন মৰিল বুলিয়েই সিহঁত বিধৱা হ'ল। ব্যাকৰণ, অভিধানত 'বিধৱা' শব্দ আছে গতিকেই হৈছে। বিধৱা হ'ল বুলিয়েই সিহঁত নাৰকী পাতকী নহয়। সিহঁতো মানুহে, সিহঁতো মৰা নাই, সিহঁতৰতো ভূল নাছিল। সিহঁতে জীৱনটো যাৰ ওচৰত অৰ্পণ কৰিছিল সিহঁতৰ মৃত্যু হৈছে। অঙ্গ প্ৰত্যঙ্গ অচল হৈ পৰাত সিহঁতৰ মৃত্যু হৈছে। ইহঁতৰ দোষত সিহঁতৰ মৃত্যু হোৱা নাছিল। .....সিহঁতৰ নতুন জ্যোতিৰ চিন্তাধাৰাই প্ৰতিবাদ কৰে।

নতুন জীৱনৰ পথ ধৰাত সৰলাই লিখাপঢ়া শিকিলে। পিন্ধন উৰণ শিকিলে। মানুহৰ লগত কথা বতৰা কোৱা, ব্যৱহাৰ সকলোখিনি তাই বুজি ললে। এতিয়া তাই নিৰ্ভুল নিসঙ্কোচ ভাবে চলিব পৰা হ'ল।

সৰলাই কেৰা দিনো কেৰা জনো লোকৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান

কৰিছিল। তাই এতিয়াও পুৰুষৰ কায নেচাপিবলৈ দৃঢ়প্ৰতিজ্ঞ। বহু ধৰণৰ প্ৰশ্নই তাইৰ অন্তৰত হেন্দোলনী তুলিলে। যদি তাই ইয়াতে থাকে তেনেহলে তাইৰ জীৱনৰ ব্ৰত ভঙ্গ হয় আৰু যদি নেথাকে কলৈ যায়? ঘৰলৈ কোন মুখে যাব। ব্ৰত ভঙ্গ কৰিবলৈ তাই ইয়ালৈ আহিব নেলাগিছিল।......পৰিচাৰিকাৰ লগত দূৰ গাৱঁলৈ যাব ওলাল। সন্ধিয়া পৰত ভুবন দাসে মটৰ লৈ আহিল। মন্থৰগতিত মটৰ চলিল। কিছুদূৰ গৈয়ে পৰিচাৰিকা মটৰৰ পৰা নামিল। সৰলাক তাই কৈ গল—এখেতৰ লগত যোৱা, কৰ্ম্ম স্থানলৈ এখেতে লৈ যাব। তুমি ওেওঁৰ কথা নেপেলাবা।......মটৰ গ'ল। দাসৰ ঘৰ পালে। পৰিচাৰিকা নমাৰ লগে লগে সৰলাৰ বুকুখন চিৰিংকৈ গ'ল। ধাৰাবাৰে চকুলো বব ধৰিলে।... ৰাতিখোৱাৰ পিচত সৰলাক দাসৰ কোঠাৰ ভিতৰলৈ লৈ আহিল। সৰলাৰ মুখ কেহেৰাজ বৰণীয়া হৈ পৰিল। চকুত পানী ওলাল। আৰু তাই একে ঠাইতে নীৰস তৰুবৰৰ দৰে জঠৰ হৈ থিয় দি থাকিল। কত কথা সুধিলে কিন্তু তাইৰ মুখৰ পৰা মাত নোলাল। তাইৰ পৰিধান বস্ত্ৰ, সকলো বিলাক খুলি উলঙ্গ কৰি তাইক কামাতুৰ কৰিবলৈ বিচাৰিলে। কিন্তু তাই তলমুৰ কৰি থিয় হৈয়ে থাকিল। নিজৰ গাৰ বস্ত্ৰ খুলি তেওঁ তাইৰ লগত তাণ্ডব নৃত্য কৰিবলৈ বিচাৰিলে। তাতো হতাশ হ'ল। কবিতা আবৃত্তি কৰিও পৰাজয় মানিলে। তাৰ পিচত প্ৰলোভন-লোভ; এই সমস্ত সম্পত্তিৰ তায়ে অধিকাৰী, তাই কত সুখত দিন নিয়াব পাৰিব, ইত্যাদি। আৰু তেওঁ তাইক কিমান ভাল পায়, তাইৰ কাৰণে তেওঁ কিমান দিন......। অচল অটল হৈয়ে তাই থাকিল। মূৰ ইকাতি সিকাতি নকৰিলে। সৰলাৰ মাত কোনোমতেই উলিয়াব নোৱাৰিলে। সৰলাৰ প্ৰকৃতিয়ে দাসৰ পৰিবৰ্ত্তন আনিলে। তেওঁ বুজিলে সৰলা সচাকৈয়ে কামাতুৰা নহয়।

সৰলাৰ গিৰগিৰাই পৰা চকুলোৱে দাসৰ উন্মত্ত উদ্বিগ্ন অন্তৰত চিন্তাৰ ৰেখা আঁকিলে। তেওঁ শান্ত হ'ল।......সৰলাক বিছনালৈ লৈ গ'ল। ভগাস্বৰেৰে দাসে সৰলাৰ ওচৰত কামনা পূৰণৰ কাৰণে কাকুতি মিনতি কৰিলে। সৰলাৰ গাত হাত বুলাই অন্তৰত বাজি থকা কথা বোৰ প্ৰকাশ কৰিলে।.. ...নাৰীৰ কোমল অন্তৰ দাসৰ করুণ মিনতিত গমি গ'ল।

তাই চকুলো মচি কৈ গ'ল, "দ্বিতীয় পুৰুষৰ স্পৰ্শ আজি পালোঁ। নগৰৰ মেৰজালত পৰিলোহি দ্বিতীয় পুৰুষৰ কাষ নেচাপিম বুলিয়েই। মোৰ কামনা বাসনা সকলোকে বিসৰ্জন দিছো স্বামীৰ ওচৰত। মুক্তিৰ সন্ধান পাম বুলিয়েই কাৰ্য্যালয়ত মূৰ সোমাও আৰু পিতা মাতাৰ চকুৰ পৰা আঁতৰ হওঁ।" তাই কান্দে আৰু দাসে সাবটি ধৰিয়েই মূৰৰ চুলিত আঙুলি বুলায়। আৰু নীৰৱে শুনি যায়। "ইয়াত আৰু ব্যভিচাৰ, ইয়াত সতীত্ব নেথাকে। পুৰুষক তৃপ্তি দি নিজক ৰমক জমক কৈ শুৱাই ৰাখি পেট প্ৰবৰ্ত্তোৱাই ইয়াৰ গতি। মোৰ এতিয়া মৃত্যুৱে বাকী। মৃত্যুৰ কোলাত কেতিয়া পৰো সেয়ে মোৰ আৰাধ্য।..."তোমাৰ এই ধুনীয়া শৰীৰ এই মনোমোহা ৰূপ আকৌ মৃত্যুকে কামনা কৰা? সেইটো হব নোৱাৰে। তোমাক মই গ্ৰহণ কৰিলোঁ। তুমি মোৰ। তোমাৰ যত দুখ সকলো মই...।"

"আজি আপোনাৰ ঘৰত। মই আৰু নাই! মোৰ এই শৰীৰ আপোনাৰ। মোৰ কপালৰ লিখন কি দৰে খণ্ডাম! কলিৰ নাৰকীৰ জীৱনৰ ব্ৰত আৰু নাই।"

"চোৱা সৰলা! তোমাৰ ওপৰত এতিয়াও মই বল প্ৰয়োগ কৰা নাই। তুমি কিয় মোক দুখ দিয়া! মোৰ কামনা পূৰণ কৰা!" তাই চকুলো টোকে। দাসে পুনৰ আৰম্ভ কৰিলে—সৰলা! দুখে সুখে

জীৱনৰ মাজ বয়স পালোহি। কত তিৰোতাৰ লগত সম্বন্ধ কৰিলো, কত দুৰ্যোগৰ মাজেদি জীৱনটো কঢ়িয়াই আনিলোঁ, কিন্তু সৰলা! তোমাকে যি পালোঁ! তোমাৰ কি যে শক্তি মোক বান্ধি পেলাব পাৰিছা! তোমাৰ দৰ্শনে মোক অকল কামাতুৰে কৰা নাই, মোৰ ব্যক্তিত্বক তোমাৰ পিপাসাতুৰ কৰি পেলাইছা। তোমাক গ্ৰহণ কৰাই মোৰ চিন্তা হৈ পৰিল। সৰলা, তুমি সন্মত হোৱা। উন্মত্ত পৰাণক শান্তি দিয়া ". "আপুনি মোক মুক্তি দিবনে? এনে এখন ঠাইত মোক আশ্ৰয় দিয়ক য'ত মই পবিত্ৰ ভাবেৰে শান্তিত জীৱন নিব পাৰো। যাতে তেজ-মাংসৰ সংঘৰ্ষৰ ক্ৰিয়াৰ পৰা আঁতৰিব পাৰো।"..সৰলা তেনে কামনা কৰা কিয়? এই সম্পত্তিৰ অধিকাৰিণী হৈ মোৰ জীৱন ৰক্ষা কৰা।" মৃত্যুৰ অধিকাৰী যদি হলোঁহেতেন, তেনেহলে মোৰ এই বিপত্তি নহল হেতেন।" তাই কান্দে।..."সৰলা! সৰলা!" তেওঁ তাইক বুকৰ মাজলৈ আজুৰি আনি দুই গালত চুমা খায়। "আপোনাৰ কামনা পূৰণ কৰক! আপোনাৰ আশা যদি মই পূৰণ নকৰো তেনেহলে মোৰ পাপ হব। আপোনাৰ মনৰ হাবিলাস, আশা, কামনা-বাসনা পূৰণ কৰক; কিন্তু মোক পবিত্ৰ ভাবে জীৱন যাপন কৰিবলৈ পথ দিয়ক। আপোনাৰ ওচৰত মই ইয়াৰে ভিক্ষাৰী, কওঁক!" দীঘল হুমুনিয়াহ পেলাই 'বাৰু হব' বুলি তেওঁ তাইক আঁকোৱালি লয়।

"সৰলা, মই তোমাক দেখাৰ দিন ধৰি মনলৈ অস্বাভাৱিক পৰিবৰ্ত্তন আহে। মোৰ মনতো উগুল থুগুল লাগি পৰিল। ধৈৰ্য্য হেৰুৱালোঁ। অনবৰত তোমাক আগত লৈ থাকিবৰ মন। আজি তোমাৰ যি লাৱণ্য সেই ৰূপ লাৱণ্য তেতিয়া দেখা নাছিলোঁ। তোমাক দেখিছিলো ক্ষীণ অৱস্থাত। তোমাৰ মুখৰ জ্যোতি নাছিল। তথাপি যে কিয় তোমাৰ প্ৰতি আকৃষ্ট হলো, নেজানো। যি দিন ধৰি স্ত্ৰী ঢুকাল, মোৰ

জীৱনত বহ..." তেওঁ আৰু কব নোৱাৰা হ'ল। "তাৰ পিচত কি হ'ল . ।" "স্ত্ৰী ঢুকাল প্ৰসূতীত। উস্, কত চিকিৎসা!" আকৌ বৈ যায়। "আপুনি অতীতক পাহৰিব পৰা নাই এতিয়াও?" সৰলা আজি তোমাৰ পবিত্ৰ জীৱন কলুষিত কৰিলোঁ। মোৰ স্ত্ৰী নাই গতিকে।" "আপুনি কিয় দ্বিতীয় সংসাৰ নকৰিলে.." সৰলাই সুধিলে। তেওঁ কৈ গ'ল—"দুখৰ দিনত ভাত ভিতৰে নোযোৱা হ'ল। পগলাৰ দৰে মোৰ জীৱনৰ চকৰি ঘূৰিব ধৰিলে। চকুত টোপনি নাই, পেটত ভাত নাই। অবিৰাম চিন্তা। মোৰ যি আছিল সকলো প্ৰভাই লৈ গ'ল। থাকিল মাথো জকা। তাৰে দুবছৰ পিছতে মোৰ যক্ষা হ'ল। যক্ষাৰ গ্ৰাসত পৰি মুক্তি পাম বুলি ভাবিছিলো। নিয়তিৰ পৰিহাস, কপালৰ লিখন, সংসাৰৰ যাতনা ভুগিবলৈ বুলিয়েই পাঁচ বছৰৰ মূৰত আৰোগ্য হওঁ। ইয়াৰ ভিতৰত কত চেষ্টা কৰিলো, তথাপি মোৰ মৃত্যু নহল। এতিয়া মোক ছোৱালী দিবলৈ প্ৰত্যেকে ভয় কৰে। পৰস্পৰে যি কথা-বতৰা চলাইছিল, মোৰ ধিক্কাৰ আহিল। দ্বিতীয় সংসাৰ নকৰো বুলিয়েই মই দৃঢ় হলোঁ। কিন্তু সৰলা, তোমাৰ দুখৰ হুমুনিয়াহ, তোমাৰ শাও পতীয়া কপালৰ ৰেখাই মোক আকৃষ্ট কৰিলে। ...যৌবনত ভৰি দিয়াৰ লগে লগে চৰিত্ৰ সম্ভালিব নোৱাৰা হলোঁ। কত যুবতী, কত তিৰোতাৰ সংশ্ৰবলৈ গলো, সেয়ে মোৰ পাপ। আজি সেয়ে মোক তিল তিলকৈ দংশিবলৈ ধৰিছে। সৰলা, তুমি মোক বিশ্বাস কৰা বা নকৰা, প্ৰভাৰ মৃত্যুৰ পিচত আজি তোমাৰ লগতে প্ৰথম। আজি আকৌ পাপী আত্মাই উদগাই দিছে।" তেওঁৰ চকুলো ওলায় আৰু বৈ যায়।

কথা শুনি সৰলাৰ সৰল হৃদয় পমি গ'ল। ক্ষন্তেকলৈ হলেও তাই পাহৰি গ'ল। দাসৰ গা-মূৰত তাইৰ লৱনু আঙুলি বুলালে। ভগা

স্বৰেৰে তেওঁ আকৌ কৈ গ'ল--সৰলা, মই প্ৰতাৰক! তোমাক বিশ্বাসঘাতকতা কৰিছো। তুমি মোক ক্ষমা কৰা। মোৰ পাপী আত্মাৰ পিপাসাতুৰ কামনা পূৰ কৰিলোঁ। তোমাৰ মনোবাঞ্ছা মই পূৰ কৰিম।"..."আপুনি তেনেকৈ কিয় কয়? মই ক্ষমা দিবৰ কোনো নহয়। মোক তেনেকৈ কৈ দুখ নিদিব।"

'মানুহ তেজ মাংসেৰে গঢ়া। তেজ মাংসেৰে গঢ়া প্ৰত্যেক প্ৰাণীৰেই কামক্ৰীড়া আছে। নাৰী পুৰুষ, প্ৰত্যেকৰে জল বায়ুৰ লগে লগে কাম শক্তিৰ উৎপত্তি হয়। ইয়াৰ পৰা কোনো আঁতৰ হব পৰা নাই। প্ৰাণী-জগতৰে স্ত্ৰীপুৰুষ আছে। ই ভগবানৰে সৃজন। স্ত্ৰীপুৰুষৰ সংঘৰ্ষই প্ৰাণীৰ বিকাশ কৰিছে। মাথোঁ মানুহে সীমা বান্ধি স্ত্ৰীপুৰুষৰ মাজত সহবাস কৰে। আন কোনো প্ৰাণীৰে সীমা বন্ধা নাই।

'সৰলা, তেনেহলে তুমি তাৰ পৰা কিয় আঁতৰ হব বিচাৰিছা!

ই মোৰ ব্যক্তিগত ৰুচি। এক ভগবানৰে বিশ্ব ব্ৰহ্মাণ্ড সৃষ্টি। মাথোঁ এক স্বামী মানো। সেই গতিকে পুৰুষৰ কদৰ্থনা, সামাজিক, লাঞ্ছনা ভুগি আছো, থাকিম এয়ে মোৰ পথ।

'সৰলা তোমাৰ যৌবন অতিবাহিত হোৱা নাই। তুমি যি ব্ৰত ধৰিছা সি নিদাৰুণ পথ। পদে পদে উজুটি খাবা। নিজক নিজে অভিশপ্তা কৰি জীৱনটোক মাটি নকৰিবা। মোৰ জীৱনটোক ৰক্ষা কৰা। দুয়োৰো গভীৰ হুমুনিয়াহ এক নিশ্বাসত পৰিণত হওক। সৰলা...

'আপুনি মোক আৰু নকব। আপোনাৰ ভৰিত ধৰি কাকুতি কৰিছো, মোৰ জীৱন যাত্ৰাৰ পথ বান্ধি দিয়ক।

'সৰলা, সংসাৰত আহিছা যেতিয়া চিন মোকাম থৈ যোৱা।

'যি দিনাই স্বামীৰ পৰা বঞ্চিত সেই দিনাই জীৱনৰ সংসাৰৰ মায়া মমতা পৰিত্যাগ কৰিছো, মোক সেই বোৰৰ কাৰণে উদ্বাউল নকৰিব।

'বাৰু, সৰলা ! তোমাৰ মনোবাঞ্ছা পূৰণ হওক। সৰলা এটিমাত্ৰ অনুৰোধ ৰক্ষা কৰিবানে ?' আপোনাৰ অনুৰোধ ৰক্ষা কৰিবলৈ মোৰ শক্তি নাই।

ৰাতিটো সাউত কৰি গ'ল।

* * * * *

( ৫ )

দাসৰ ঘৰত সৰলা এপৰ থাকিল। তাৰ পিছত সৰলাক সেৱা-শ্ৰমত ভৰ্ত্তি কৰাই দিলে। চালুকীয়া লৰা-ছোৱালী লালন পালন কৰাই সেৱাশ্ৰমৰ তিৰোতাকেগৰাকীৰ মুখ্য কাম। সিহঁতৰ মাক পিতাক নাই। সেৱাশ্ৰমে সিহঁতক জীয়াই ৰাখি সিহঁতৰ ভৱিষ্যত জীৱনৰ গঢ় দিছে। সমাজৰ আওহেলাত, মানুহৰ নিৰ্ম্মমতাত আৰু হয়তো দুখ দৰিদ্ৰতাৰ হেতুই বহু কন কন লৰা-ছোৱালীৰ আউল লাগি ধ্বংস হয়।...প্ৰত্যেকেই যাতে স্বাবলম্বী হৈ খাই বাচি থাকিব পাৰে তাৰ লক্ষ্যতে সেৱাশ্ৰম। সংসাৰ হাটৰ বিবাহিতা অবিবাহিতা যি সকল নাৰীৰ জীৱন যাত্ৰাৰ পথ ভাঙি চূৰ্ণ হৈ গ'ল, খুপিয়াই খুপিয়াই ঘাত প্ৰতিঘাতৰ মাজেৰে আউল লগা জীৱন বোৰৰ মুক্তিৰ অৰ্থেই সেৱাশ্ৰমৰ দুৱাৰ মুকলি কৰি বহু নাৰীৰে নিষ্পেষিত কলুষিত জীৱনক উদ্ধাৰ কৰিলে। সমাজৰ অৱহেলিতা পতিতা সকলে সেৱা-শ্ৰমলৈ পথ ললে।

সেৱাশ্ৰমৰ আদৰ্শলৈ মূৰ দোৱাই বহু লোকে দান আগবঢ়ালে। শিল্প-কলা গঢ়ি আদিম অধিবাসী ভাৰতীয় সকলে ভাৰতবৰ্ষক সভ্যতাৰ শীৰ্ষস্থানদি পৃথিবীত নিদৰ্শন থৈ গ'ল, সেই সকল আদিম বাসী পুৰুষে

বিজাতৰীয়াৰ গছকনিত বুৰঞ্জীত ঠাই পালে অনাৰ্য্য বুলি। পৰ্ব্বতে পাহাৰে কিনাৰে আবৰি থকা ভাৰতভূমিত আছিল অগণন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য। চন্দ্ৰই সূৰ্য্যৰ পোহৰত প্ৰতিফলিত হৈ পৃথিবীক পোহৰ চি গৌৰৱ অক্ষুণ্ণ ৰখাৰ দৰে, ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য সমূহেও নিজৰ শক্তিত্বত ওপচি পৰিছিল। যুঁজ-বাগৰ আছিল চিকাৰৰ প্ৰমোদৰ নিচিনা। যুঁজ-বাগৰত ভাগৰি পৰাৰ সুযোগ লৈ বিদেশী শক্তিসমূহ জপিয়াই পৰিল। বিদেশী জাতিৰ অধিকাৰত ভাৰতবৰ্ষ গ'ল। বিদেশী সকলেও যুগৰ পিচত যুগ পাৰ হোৱাৰ লগে লগে ভাৰতীয় মাত কথা, আচাৰ ব্যৱহাৰ, কলা কৃষ্টি গ্ৰহণ কৰিলে। আদিম ভাৰতীয় দৰ্শন পুথি পাজি সকলো বিলাকক হস্তক্ষেপ কৰি মূল দৰ্শন, পুথি পাজিৰ ৰূপান্তৰ কৰি খাপ নোখোৱা কৰিলে। তেৰা সকলে নিজৰ প্ৰাধান্যতা দেখুৱাবলৈ গৈ আদিম মূল দৰ্শনসমূহৰ খেলিমেলি কৰি ইটো অধ্যায়ৰ সামঞ্জস্য নোহোৱা কৰিলে। ভাৰতবৰ্ষ বিজাতৰীয়াৰে ভৰি পৰিল। নীতি নিয়মৰ আয়ত্তৰ পৰা সকলো বাদ পৰিল। জাতি ধৰ্ম্মৰ মূৰা মৰিল। আৰ্থিক সামাজিক সম্বলৰ ওপৰত ধৰ্ম্ম জাতি ৰচনা হ'ল। সৰ্ব্বশেষত অহা মুছলমান আৰু খৃষ্টান সম্প্ৰদায়লৈ বিজাতৰীয়া ভাৰতীয় সকলৰ উন্মত্ত বৰ্ব্বৰতা হেন্দোল দোপৰ গছকনিত পিট খাই যোৱা লোক সকল ধৰ্ম্মান্তৰ হৈ প্ৰবল সোঁতে আগ বাঢ়িল। সিন্ধুৰ হিন্দুৰ অস্তিত্ব ৰক্ষা কৰিবলৈ সেৱাশ্ৰম গঢ়ি উঠিল। আদিম অধিবাসীৰ মাজলৈ বৈদেশিক জাতিৰ সোঁত বৈ আহিল। লগে লগে খাপচাৰা হ'ল, বিজাতৰীয়া হ'ল। এয়ে একমাত্ৰ দেশ য'ত বিজাতৰীয়াৰে পৰিপূৰ্ণ। প্ৰত্যেকৰ আদৰ্শ মহান্, কিন্তু কিছুদূৰ গৈয়ে কক্ষচ্যুত হয়।

লৰা ছোৱালীৰ হাঁহি কান্দোন, চিঞৰ-বাখৰ, সমাজৰ পতিতা

সকলৰ সঞ্জীৱনীৰ ন-প্ৰেৰণা, উৎসাহ উদ্দীপনা তাৰে মাজত সৰলা লীন হৈ পাৰল। দাঁত সৰা, চুলি পকা বুঢ়ীৰ পৰা অকনমান কেচু-ৱালৈ সকলোৱে সুখী। দুখ কাৰোৱেই নাই। ভাগকৰা শৰীৰৰ আগ মুহূৰ্ত্তলৈ প্ৰত্যেকেই নিজ অভিৰুচি মতে কাম কৰি যায়। নিৰ্দ্দেশ হুকুমৰ আৱশ্যক নকৰে, কেটেৰা জেঙেৰা মাতো কাৰো পৰা নোলায়। নৈষ্ঠিক ব্ৰত কাৰো নাই। গৰু-ছাগলীৰ পৰা কাপোৰ বোৱা তৰি তৰকাৰী উৎপন্নৰ কামো তিৰোতা সকলে কৰে। সৰলাই অত দিনে বিচাৰি থকা ঠাই পাই সুখী হ'ল। জীৱনটোৰ বাকীকেইটা দিন পবিত্ৰভাবে কটাব পাৰিব বুলিয়েই তাইৰ আনন্দ আহিল।

নগৰৰ দাঁতিত সেৱাশ্ৰম। বাহিৰা লোকৰ সমাগম খুব কম। ...সেৱাশ্ৰমৰ যুৱতী কেবাজনীৰো উপযুক্ত দৰাৰ লগত বিয়া হৈ গৈছে। সেৱাশ্ৰমৰ পৰাই কন্যাৰ বিবাহ সম্পন্ন কৰা হয়।

মন্থৰ গতিত সেৱাশ্ৰমৰ কাম চলি থাকিল। কাৰ্য্যপালিকা অদল বদল হৈ থাকিল।...সেৱাশ্ৰমৰ ভিতৰত যুৱক যুৱতী, নাৰী পুৰুষৰ মাজত আৰবান্ধ নাছিল। আজি যি যুৱক তাকো সেৱিকা সকলে কোলাত লৈ ডাঙৰ দীঘল কৰিছে। জন্মদাতা মাতা নহলেও পালিতা মাতৃ। পুৰুষৰ সংখ্যা বৰ কম। যুৱক যুৱতীৰ মাজত প্ৰেমিক প্ৰেমিকাৰ ৰহন সানি জীৱন বোৰ সপোন কল্পনাৰ মাজলৈ লৈ যায়। দুই চাৰি গৰাকী সেৱিকাই নিজক সম্ভালিব নোৱাৰি পুৰুষক তৃপ্তি দিয়ে, অতি গোপন ভাবে।

মহা যুদ্ধৰ শিঙা বাজি উঠিল। গাৱেঁ গাৱেঁ সৈন্যনিবাস হ'ল। মানুহৰ ভয় আতঙ্ক আহি পৰিল। খালি যুদ্ধ! যুদ্ধৰে কথা। সৈন্যৰ সমাগম, সৈন্যৰ দলদোপ্ হেন্দোল দোপৰে সমযাত্ৰা, সাজ

সৰঞ্জাম টানাটানি! আৰু কামান মেচিনগানৰ গুৰুম্ গুৰুম্ শব্দ। আকাশত উৰণ জাহাজ, বিমান গতিত গোজৰণি শব্দেৰে যাত্ৰা, পানীত ভাপ জাহাজ, মাটিত সৈন্যৰ সমদল, টেঙ্ক, ট্ৰাক, জিপৰ বিজয়ী যাত্ৰাই আকাশ পাতাল কম্পিত কৰিতুলিলে দিন ৰাতি।

সৈন্যৰ নিবাস। সংসাৰৰ মায়া মোহ পাহৰিবলৈ, নিদাৰুণ হত্যাৰ সন্মুখীন হবলৈ পানী পিয়া দি মদ পিয়ে। আৰু সিহঁত উন্মত্ত হৈ পৰে। সভ্যতাৰ সীমা পাৰহৈ যায়। সিহঁতক লাগে মাইকী। মাইকীৰ অনাটনত সিহঁত উদ্বাউল হৈ পৰে। সিহঁত যাব যুদ্ধলৈ হয় মৰিব নহয় মাৰিব। সঞ্চয়, সমাজ, চৰিত্ৰ সিহঁতে নুবুজে। প্ৰত্যেকেই একোজন যেন ধংসৰ প্ৰতীক। বাটেৰে তিৰোতা যাব নোৱাৰা হ'ল। ...গাৱঁৰ ভিতৰলৈ সিহঁত সোমাই যায়। গৃহিণীহঁতৰ ওপৰত জপি-য়াই পৰে। চিয়ঁৰ-চিৎকাৰ উঠে, সিহঁতে হাঁহে। বন্দুক বেয়নেট সিহঁতৰ হাতত। ঘৰৰ পুৰুষ সকলে বাধা দিবলৈ যায়, বেয়নেটৰ খোচ খাই উভতি আহে। তিৰোতাৰ সতীত্ব-মান, পুৰুষৰ মৰ্য্যদা, লাজ চৰম সকলো গ'ল। গাওঁ বোৰ যেন বেশ্যালয়, গৃহিণী সকল তাৰে বেশ্যা। অবুজ গোৰৰ, সিহঁতৰ শিক্ষা চৰম একোৱে নাই। কোনো কথাই সিহঁতে নুবুজে, মাথোঁ বুজে সংহাৰ। দেখি-লেই ভয় লাগে সিহঁত গোড়া নিগ্ৰো। সিহঁতক দেখিলেই পুৰুষ তিৰোতা উভয়ে দৌৰ মাৰে আৰু সিহঁতে প্ৰাণ খুলি হাঁহি পিছে পিছে খেদি যায়। পুৰুষৰ আগত তিৰোতাৰ সতীত্ব নাশ, পিতাক মাকৰ আগত জীয়েকৰ ওপৰত পাশবিক কাৰ্য্য। কিযে দিন! সকলোৱে ৰাম বিষ্ণু সুঁৱৰি কলিৰ শেষ বুলিয়েই কলে। ঘড়ীৰ কটা ঘুৰি থাকিল, দিনো গৈ থাকিল। কিন্তু যুদ্ধৰ অৱসান নাই! যুদ্ধ নেথামিল। সৈন্যনিবাসত নতুন নতুন সৈন্যৰ সমাগম।

ভাৰতীয় আঁতৰিল, আহিল কোনো পাহাৰী বৰ্কাৰ, সিহঁতো, গ'ল, আহিল গোড়া। সিহঁতো গ'ল, আহিল নিগ্ৰো। সিহঁতো গ'ল, আকৌ আহিল আন এটা। ছাউনি পূৰ্ণ হৈয়ে থাকিল।

যি সকলৰ দূৰ দুৰণিত আত্মীয় কুটুম্ব আছিল তেওঁলোক পাশবিকতাৰ পৰা আঁতৰিবলৈ সাতাম পুৰুষৰ পিতৃ ভিঠা এৰি গ'ল। যুগ যুগান্তৰৰ সৃষ্টি, সাঁচতীয়া বয় বস্তু লয় পালে। কম সময়ৰ ভিতৰত আঁতৰি যাব লগীয়া হোৱাত য'ৰ যি বস্তু ত'তে পেলাই থৈ গৈ নতুন ঠাইত গৃহস্থী পাতিব লগীয়া হোৱাত দুখ দৈন্যতাই আবৰি পেলালে। দুখৰ হুমুনিয়াহ পেলাই দিন অতিবাহিত কৰিবলৈ ধৰিলে। ইকূলো নহ'ল, সি কূলো নহ'ল, উপায় জানো আছে ?

গাৱঁলীয়া সকলৰ ভয় ভীত মৰিল। সিহঁতৰ ঘৰলৈ মদ পি পি উন্মত্ত হৈ পৰা সৈন্যবোৰ যায় আৰু সিহঁতে স্বাগতম জনাই আগ বঢ়াই নিয়ে। অবুজ, গোৱৰইঁতৰ পৰা ৰক্ষা পাবলৈ বাধা দিবৰ সিহঁতৰ সাই গুটীয়া নহয় সামাজিক শক্তিও নাই। বাধা দিলে, সিহঁতে মৃত্যুমুখী হব লাগিব।...পুৰুষ সকল আঁতৰি যায় আৰু সিহঁত ঘৰৰ ভিতৰ সোমায়। জী-বোৱাৰী-স্ত্ৰীৰ লগত আমোদ কৰি গুলজাৰ হৈ পৰে।..ক্ষন্তেকীয়া সময়ে সিহঁতক তৃপ্তি দিব নোৱাৰে; সন্ধিয়া ছাউনিলৈ লৈ যায় ওৰে নিশালৈ। সিহঁতৰ পাশবিকতাত নাৰী অচেতন হৈ পৰি যায়। তেতিয়াও নুবুজে।

পেটৰ ভাত মুঠিৰ কাৰণে জীৱনক উচৰ্গা কৰি সিহঁত যুদ্ধলৈ আহিছে। সিহঁতৰো মাক-পিতাক, লৰা-ছোৱালী, স্ত্ৰী আছে। সিহঁতৰ ভৰণ পোষণৰ কাৰণে হয়তো সিহঁত মৃত্যুমুখী হৈছে। পৰিয়ালক এমুঠি আহাৰ দি অৰ্দ্ধাহাৰৰ মাজেদি জীয়াই ৰাখিবলৈ সিহঁতে নিজৰ জীৱনক নেওচি আগবাঢ়িছে। কিন্তু এতিয়া সিহঁতৰ সেই চিন্তা নাই।

সুৰাপান, স্ত্ৰী-অপহৰণ সিহঁতৰ কৰ্ম। সুৰা আৰু স্ত্ৰী, ইয়াতে সিহঁত মজ্ গুল, আন একোৱে সিহঁতে নেজানে। সিহঁতৰ হাতত যি টকা পইচা পৰে সেয়ে সিহঁতক চৰম পন্থালৈ লৈ যায়। টকা পইচা পালে সিহঁতৰ উন্মত্ততা বাঢ়ি যায়। যুদ্ধৰ সোঁতত স্ত্ৰী-পুৰুষ উভয়ে সিহঁতৰ পৰা টকা পইচা আৰু আন আন জিনিচ পত্ৰ আদায় কৰিব ধৰিলে। সিহঁতেও নমনে .....দি যায়।

দেশজুৰি অনাটন আহি পৰিল। উৎপন্ন দ্ৰব্যৰ সৰহ ভাগ সামৰিক ভৰাললৈ আহিল। আৰু বাকী যি থাকিল তাকো বেপাৰীহঁতে হস্তগত কৰি পেলালে। বস্তু বাহানিৰ দাম অতিপাত বাঢ়ি গ'ল। দ্ৰব্যৰ অনাটনত মানুহ দুৰ্ভিক্ষগ্ৰস্ত হ'ল। অতি চৰা দামত জিনিচ কিনিব লগা হোৱাত হাতৰ ধন সকলো ভাঙিলে। ক্ষুধাতুৰ, তৃষ্ণাতুৰ নৰনাৰী মগনীয়া বেশে বাটত ওলাল। .. সামৰিক ভৰালৰ খাদ্য ৰাহী হোৱাত গাত খান্দি পুতি পেলালে, নৈত উটুৱাই দিলে। ব্যৱসায়ী সকলে যি খাদ্য দ্ৰব্য ভৰালত ৰাখিছিল তাৰ অতি লাভ বিচাৰিলে। খাদ্যৰ ভৰালত ইন্দুৰ, ধৰিয়া, নিগনী আদিয়ে খাই মৰিল। তাতে গেলি পচি গ'ল ; আৰু মানুহৰ দলে খাব নেপাই তিল তিলকৈ মৰিল। আয় উৎপন নথকাৰ কথাই নাই, যাৰ কোনো মতে খাই বাচিবৰ সম্বল আছিল সিহঁতো মহাকাল দুৰ্ভিক্ষৰ গ্ৰাসত পৰিল।

পেটৰ ভাত মুঠা, তাকে খাই বাচি থাকে আৰু তাৰ কাৰণে জীৱন সংগ্ৰাম। লৰাৰ পৰা মানুহত পৰিণত হোৱাৰ দিন ধৰি চিন্তা, তাৰ অবিৰাম গতিত অগ্ৰসৰ। পুৱাৰ পৰা ৰাতিলৈ সি মেচিনৰ দৰে অবিশ্ৰাম পৰিশ্ৰম কৰে। তাৰ আহৰি নাই। তথাপি ৰোজগাৰ নিমিলে।......খায়ে জীয়াই থাকে, জীয়াই থাকিবৰ কাৰণে খায়। খোৱা মুঠিৰ কাৰণে কৰম। খোৱা মুঠিৰ কাৰণে মানুহৰ সংগ্ৰাম, যুদ্ধ,

শিক্ষা, কলা-কৃষ্টি আৰু-নন আবিষ্কাৰ উপাদান। খোৱা মুঠিৰ গতিকে প্ৰত্যেকৰে সংসাৰ যাত্ৰা আৰু জীৱন পণ।

মহা আকালৰ সন্মুখীন হৈ ধৰ্ম্ম-আচাৰ-নীতি-সভ্যতা সকলো বিসৰ্জন দিবলৈ বাধ্য হ'ল। চোৰ, লুচ্ছাগী-ঠগ হ'ল মানুহৰ ধৰ্ম্ম। তিৰোতাই নিজৰ সতীত্ব বিসৰ্জন দি আনৰ তৃপ্তিৰ উপভোগী হৈ নিজক, সন্তানক বচাবলৈ যত্নপৰ হ'ল। পুৰুষেও বাচি থাকিবৰ কাৰণে নিজৰ ভনী-স্ত্ৰী সকলোকে আনৰ উপভোগ্য কৰি দিলে।. নহলে উপায় নাই। জীয়াই থাকিবৰ সম্বল নাই।

*　　*　　*　　*

সেৱাশ্ৰমৰ আশ্ৰিত পালিত লৰা-ছোৱালী, স্ত্ৰী-পুৰুষৰ সংখ্যা যথেষ্ট। যুদ্ধৰ ঢৌ আহি সেৱাশ্ৰমত সোমাল। চাৰিও ফালে সৈন্যৰ ছাউনি। খাদ্যৰ অনাটনত সেৱাশ্ৰম পোহ যাব নোৱাৰা হ'ল। আউল লাগি পৰিল। কোনোমতে নচলে। পেটৰ ভোকত অকনমানি লৰা-ছোৱালীহঁতে কান্দিব ধৰিলে।......কামাতুৰ, উন্মত্ত সৈন্যৰ জাক সেৱাশ্ৰমত সোমাল। চিঞৰ চিৎকাৰ উঠিল। বৰ্বৰ হতে নাৰীৰ ওপৰত বল প্ৰয়োগ কৰি পাশবিকতাৰ তাণ্ডৱ লীলা কৰিলে। অত্যাচাৰত বহুতে শয্যাগত হ'ল। পৰিচালক ৰামনাথে বাধা দিবলৈ আগবাঢ়িল কিন্তু নোৱাৰিলে। পুলিচ থানাত জনালে। সামৰিক সাজ, সজ্জা আইনৰ আগত পুলিচ উফৰি গ'ল। সামৰিক বিষয়াক জনালে।... সৈন্যক যুদ্ধলৈ উতলা কৰি ৰাখে মদ আৰু পাশবিক কাৰ্য্যই ইয়াত হস্তক্ষেপ কৰিলে সিহঁত ধীৰ স্থিৰ হৈ পৰিব। সিহঁতৰ ৰণ মতলীয়া শক্তি লোপ পাব। নিজৰ নিজৰ পাৰিবাৰিক চিন্তাই সিহঁতক জঠৰ কৰি পেলাব।......তাতো ফল নধৰিলে।

শিক্ষা জীৱনৰ সামৰণি পেলাই ৰামনাথ আদর্শ বিদ্যালয়ৰ পৰিকল্পনাত নামিল। সুন্দৰ দেহৰ গাথনি। ধুনীয়া, ওখ, হৃষ্ট-পুষ্ট পুৰুষ। সংসাৰ যাত্ৰাৰ তিনি বছৰৰ মূৰত ঘৈনীয়েক ঢুকায়। তেতিয়াৰ পৰা ঘৰৰ বাহিৰ হয়। প্ৰথমতে ৰামনাথ সৰু লৰা-ছোৱালীৰ শিক্ষক আছিল। কেবছৰ মানৰ পিছত সেৱাশ্ৰম চলোৱাৰ সম্পূৰ্ণ ভাৰ পৰে। তেতিয়াৰ পৰা একান পতীয়াকৈ ৰামনাথে নিজক সেৱাশ্ৰমৰ কাৰ্য্যত নিয়োগ কৰে। তাৰ যত্নত সেৱাশ্ৰম স্বাবলম্বী হয়। তাৰে উৎপন্ন দ্ৰব্য বজাৰত বিক্ৰী কৰিব পৰা হ'ল।

বাহিৰত ৰামনাথৰ কথা বহুতে ওলায়। ৰামনাথৰ বিষয়ে মানুহৰ কোৱা-বোৱা। তাৰ জীৱনটো নষ্ট হ'ল। তাৰ স্বভাৱ চৰিত্ৰ গুচিল ইত্যাদিয়ে সমালোচনাৰ কথা। সিও শুনে। এনেধৰণৰ কথাকে লিখা বহু ধৰণৰ বেনামী চিঠিপত্ৰ সি পায়। সি ক'তো প্ৰত্যুত্তৰ নকৰিলে।...বাহিৰত নোলায় বুলিলে হ'ল। আহৰি সময়ত কিতাপ পঢ়ে।

স্ত্ৰীঢুকুৱাৰ পিচত কোনো স্ত্ৰীক সি স্পৰ্শ কৰা নাই। সংযত ভাৱে থাকি জীৱন নিবলৈ আশা কৰিছিল। তাৰ ঘৰটো বেচ ডাঙৰ দীঘল। খোটালী কেবাটাও। তাৰ ভিতৰতে কাৰ্য্যালয় আৰু তাৰ পুথি ভৰাল। তাৰ ঘৰৰ কাষতে সেৱাশ্ৰমৰ থকা ঘৰ বোৰ। চাৰি পাঁচ জন লৰা-ছোৱালীৰ মাজে মাজে একোজনীকৈ তিৰোতা থাকিছিল। বয়সস্থ ডেকা লৰাবোৰ আন ঘৰত থাকিছিল। সেৱাশ্ৰমৰ ভিতৰতে ফুৰি চাকি আহি সন্ধিয়া পৰত নিজৰ কোঠাত সি সোমায় আৰু নোলায়। কাৰো ওপৰত বেয়া ভাব পোষণ কৰা নাই, গতিকে প্ৰত্যেকে ভক্তি কৰে। সেৱাশ্ৰমৰ আদৰ্শ বোজাই ৰাখিবলৈ সতৰ্কতাৰ ভাৰ বয়সস্থা বৃদ্ধা সকলক দিছে। কোনো দোষ দেখিলে, কোনো এগৰাকী বৃদ্ধাকে জনায়।

সেৱাশ্ৰমৰ আশ্ৰিতা তিৰোতা সকলৰ লগত বামনাথে কমেহে কথা হৈছে। আৱশ্যক হলে বয়স্ক বৃদ্ধাৰ বাহিৰে আনক নেমাতে। ডেকা তিৰোতা সকলে বৰ ভয় কৰে।......সেৱাশ্ৰমলৈ বামনাথৰ বহু বন্ধুৱেই আহে। তাৰ কামবোৰ চায় আৰু ঘণ্টাৰ পিচত ঘণ্টা আলোচনা কৰে। তাৰ পিচত যায় আকৌ আহে।.....বামনাথ এজন কৰ্ম্মী। তাৰ ওপৰতে নিৰ্ভৰ কৰি আছে বহু জীৱই। তাৰ ওপৰত দায়িত্ব আশ্ৰিতা-পালিতা সকলৰ। মহান আদৰ্শ লৈয়ে সেৱাশ্ৰমত নামিছিল। তাৰ আছিল পৰিকল্পনা বিৰাট অসাধাৰণ। তাৰ পৰিকল্পনাৰে বিশ্বক পথ দেখুৱাব।......যুৱতী সকলক ধাত্ৰী আৰু চিকিৎসা বিদ্যাত পটু কৰি তুলিব। দেশৰ সমস্ত বিধৱাকে ইয়াত আশ্ৰয় দিব। পৰিকল্পনা কাৰ্য্যত পৰিণত হলেই দেশ জুৰি আউল লাগি ইনাই বিনাই নিৰ্য্যাতন ভুগি থকা বিধবাৰ মুক্তি হব। মাউৰা লৰা-ছোৱালীৰ করুণ বিননিৰ ওৰ পেলাব। তাতশালৰ উৎপাদনৰ কাপোৰেৰে দেশৰ কপাহী, মুগা পাটৰ যোগান ধৰিব। পাৰ, হাঁহ, মুৰ্গী, গৰু, ছাগলী পুহিব ইত্যাদি। সেৱাশ্ৰমৰ কামবোৰ পৰিদৰ্শন কৰাৰ পিচত কণ কণ লৰা-ছোৱালীৰ লগত উমলি থাকে। অকণি হঁতৰ লগত তাৰ মনপ্ৰাণ বিলীন কৰি দিয়ে। সিহঁতৰ লগতে হাঁহে, উমলে আৰু খেলে। সি যেন নিৰ্বোধ। সিহঁতৰ লগত থাকি সি বৰ ভাল পায়।

ক্ৰমাত মনলৈ তাৰ পৰিবৰ্ত্তনৰ সোঁতৰ প্ৰবাহ বৈ আহিল। কিছুমান তাৰ চিন্তা আহিল। তাৰ ওচৰলৈ অহা বন্ধু-বান্ধৱ সকলৰ মনৰ ভাব কথাৰ দৃষ্টিভঙ্গী, সি বুজি পালে। সি ভাবে সিহঁতে কিয় তাক সন্দেহ কৰে? সিহঁত কি উদ্দেশ্য লৈ আহে? সিহঁতে জানো আন ঠাই নেপালে। এই দুৰ্ভগীয়া হতৰ প্ৰতি সিহঁতৰ কিয় দয়া স্নেহ নজন্মে? অথচ সিহঁত সংসাৰী। সিহঁতৰ স্ত্ৰী-লৰা-ছোৱালী আছে। তেনেস্থলত

যুৱতী, বিধৱাইতৰ কাৰণে সিহঁতৰ আক্ৰোশ। পৰৰ স্ত্ৰীৰ কাৰণে সিহঁত কিয় উতলা? কল্পনা পৰিকল্পনা আঁতৰিল। তাৰ ভাব চিন্তা এই বিলাকে।

সি চায় বিধৱাইতৰ পিনে আৰু যুৱতীহঁতৰ পিনে। সি তৃপ্তি পায়। সিহঁতৰ কামৰ মাজলৈ সোমাই যায় আৰু কাম চায়, সিহঁতৰ মুখৰ লাৱণ্য চায়। একাষাৰ দুআষাৰকৈ কথা পাতিলে।..... প্ৰত্যেকৰে ৰূপ লাৱণ্য তাৰ চকুত ভাহি উঠে। প্ৰত্যেকজনীয়ে যেন ৰূপৱতী। দিনটো থকাৰ লগে লগে সিহঁতেও লাই পাই গ'ল। দিনৰ সৰহ ভাগ সময়ে সি সিহঁতৰ মাজত থাকে। নীৰস দৰ্শনৰ কিতাপ বোৰে ভাৰ আমনি আনিলে। সেইবোৰ একাষৰীয়াকৈ থৈ দি উপন্যাস হাতত ললে। উপন্যাসৰ সমাজৰ চিত্ৰ, বিৰহ বেদনা, প্ৰেমপ্ৰীতি সকলোবোৰে তাৰ সময় নষ্ট কৰা যেন পালে। তাক লাগে বাস্তৱতা উপভোগ। বিৰহ বলীয়াই নিজৰ অতৃপ্তিৰ কামনা বাসনা কাগজত লিখি হা-হুতাশ এৰে, এয়ে তাৰ ভাব।......সেয়েহে সুখী কত তিৰোতা তাৰ হাতৰ মুঠিত যেন স্বয়ং কৃষ্ণ হৈ গোপীসকলৰ লগত মজ্‌গুল কৰিছে। সিতো সিহঁতক লৈ তৃপ্তি উপভোগ কৰিব পৰা নাই। কোন জনী ধুনীয়া?

পৃথিবীৰ প্ৰত্যেকেই বিয়া কৰাইছে! কতৰ তিৰোতা মৰিছে! কতই পুনৰ বিয়া কৰাইছে! কোনোতো বৰলা হৈ থকা নাই! স্ত্ৰী সংগম কেনে আমোদজনক! স্বৰ্গ সুখী কৰি তোলে সেই হেৰোৱা দিনৰ কথাই। প্ৰত্যেকেইতো স্ত্ৰীক লৈ সুখভোগ কৰি আছে। তাৰ কিহৰ দুখ? এই মূল্যবান জীৱনটো কিয় সি ভ্ৰষ্ট কৰে। এটা জীৱন, কেইটি মান বছৰ। তৃপ্তিৰ কাৰণে নহয় কি? খাই লৈ অমিয় সুখ কৰাৰ বাহিৰে আৰু কি আছে। মৰি গলেতো পাবৰ নাই। মৰাৰ

লগে লগে শৰীৰ মাটিৰ লগত মিহলি হৈ যাব। মৰাৰ লগে লগে তাৰ অবিৰাম পৰিশ্ৰম, আদৰ্শ, কল্পনা, জল্পনা, সকলোৱে লয় পাব। দেহটোক কষ্ট নিৰ্য্যাতন দিয়াৰ অৰ্থ কি? বাচি থকা দিন কেইটি আমোদ প্ৰমোদৰ মাজেদি স্বৰ্গীয় সুখৰ মাজত 'থাকিব লাগে। এইবোৰ হ'ল তাৰ মনৰ ভাব। সি নীৰস জীৱন যাপন কৰি আৰু দিন নিনিয়ায়। আমোদ প্ৰমোদৰ মাজেদি সি সেৱাশ্ৰম চলাবলৈ সিদ্ধান্ত কৰিলে।

বন্ধু-বান্ধৱ সমূহ আহিয়েই থাকিল। এতিয়া সিহঁতৰ লগত গল্প কৰি বেচ মজা পায়। ঘণ্টাৰ পিচত ঘণ্টা গল্পতে যায়।......নিজৰ ভুল বুজি পায় আৰু কথাৰ লেগাম এৰি যায়। সি বুজিছিল যদি তাৰ চৰিত্ৰৰ হেৰফেৰ প্ৰকাশ পায়, সেৱাশ্ৰম নেথাকে। আনক প্ৰশ্ৰয় নিদিয়াৰ দৃঢ় মত ললে।

যৌৱন ৰাগীত বলীয়া হ'ল। এজনীৰ পিচত এজনী তাৰ উপভোগ্য হৈ পৰিল। কাৰো ওজৰ আপত্তি নোহোৱাকৈ দিনবোৰ গৈ থাকে। প্ৰতিবাদ কৰিবলৈ প্ৰত্যেকৰে মনত ভয়।..... সেৱাশ্ৰমৰ পৰা বাহিৰ হলে সিহঁত কি দৰে বাচি থাকিব? কোনে আশ্ৰয় দিব? এনেবোৰ সমস্যাই বহুতৰ ভয়। কিছুমানে ভালকে পালে।......কথা ৰাখি সৰলা খোৱা বোৱাৰ পিচত ৰামনাথৰ কোঠাত সোমালহি। কিন্তু তাইৰ মুখত মাত নাই। শীলা মূৰ্ত্তিৰ দৰেই তাৰ কাষত শুই পৰিল। যি কয় তাকে কৰে। বহু কথা সুধিলে, বহু প্ৰশ্ন কৰিলে, কিন্তু তাই নিৰুত্তৰ। ৰামনাথে ভাবিলে প্ৰথম দিন কাৰণেই তাই লাজ কৰিছে। লাজ ভাঙিলে তাই কথা বতৰা কব।

ৰামনাথ গাম্ভীৰ্য্যপূৰ্ণ হৈয়ে থাকিল। সিহঁতৰ মাজলৈ কশ্চিত দিনটোৰ ভিতৰত দুবাৰ বা এবাৰ আহে। সিহঁতৰ মাজত থাকি কথা

বতৰাও কমে কয়। আৱশ্যক অনুযায়ী তাৰ কোঠালৈ মাতে আৰু তাতে আলাপ কৰে। সি তাৰ আদৰ্শৰ পৰা সৰি পৰিলেও আনে গম ধৰিব নোৱাৰিলে।..... ডেকা তিৰোতা চাৰি পাঁচজনীৰ বাহিৰে প্ৰত্যেকৰ লগত তাৰ সংযোগ হ'ল। সিহঁতৰ ভিতৰত কোন জনী ধুনীয়া আৰু কোন জনীক আপোন কৰি লব তাৰ মীমাংসা প্ৰশ্নৰ বাহিৰ হ'ল। সিহঁত প্ৰায়েই চঞ্চল মতীয়া হৈ পৰিল। সিহঁতৰ মাজতে ভেদ ভাব আহি পৰিল, নিজৰ কৰি লবলৈ। দিনৰ ভাগতো কোনো এজনী তাৰ কোঠালৈ আহে আনক নেদেখাকৈ আৰু তাৰ লগত নানা আলাপ কৰে। যি জনীয়ে সুবিধা পায় তায়ে আহে। সিহঁতৰ ভিতৰত বিদ্বেষ ভাব উদয় হয়। পৰস্পৰৰ মাজত হিংসাৰ অগণি জ্বলিল।

সৰলাৰ লগত কেবা দিনো ৰামনাথ থাকিল। সৰলা নিৰ্জীৱ হৈ থাকে। তাইৰ মুখত হাঁহি নাই, কথা নাই। ৰামনাথে নকলে তাই নাহে।......স্ত্ৰী আৰু পুৰুষ দুটা শক্তি। ইয়াৰ মিলন বায়ু-পানীৰ মিশ্ৰণৰ দৰে। কাম শক্তি জীৱ মাত্ৰৰে আছে। স্ত্ৰী-পুৰুষ আলগে নিলগে থাকে যদিও সময়ৰ ক্ষণকে বাট চাই থাকে। সুযোগ কোনেও নেৰে। তাই এই বোৰকে গুণাগথা কৰি থাকে। তিৰোতাৰ সতীত্বৰ ব্ৰত আৰু পুৰুষৰ ব্ৰহ্মচৰ্য্য ব্ৰত, ই জানো সত্য? তাইৰ সন্দেহ হয়। সৰলাই তাইৰ জীৱনটো বিশ্লেষণ কৰি চাই প্ৰমাণ কৰিলে, সমাজৰ ভিতৰত পুৰুষক আগত ৰাখি তিৰোতাই সতীত্ব ৰক্ষা কৰিব নোৱাৰে আৰু পুৰুষেও ব্ৰহ্মচৰ্য্য ব্ৰত লবলৈ হলে স্ত্ৰীৰপৰা আঁতৰ হব লাগিব। তেতিয়া হলে হয়তো সত্যতা ৰক্ষা পৰিব।.. ভূবন দাসৰ মুখৰ পৰাই ৰামনাথৰ বিষয়ে তাই শুনিছিল। ৰামনাথৰ ধীমান স্বভাৱ, চৰিত্ৰ, অটল অবিচল আৰু পাণ্ডিত্যৰ প্ৰশংসা দাসে কৰিছিল। সৰলাই দাসৰ কথাৰ আখৰে

সত্যতা পাইছিল। সৰলাই সেৱাশ্ৰমত আশ্ৰয় লোৱাৰ পিচত পুৰুষৰ লোভৰ পৰা যাতে হাত এৰাব পাৰে তাৰে যত্নত আছিল। পুৰুষৰ লগত কথা বতৰা, পুৰুষৰ কাষত পাবোতে নাহিছিল। হৰিণৰ মাংসই বৈৰী। নাৰীৰূপে সৰলাৰ বৈৰী হৈ পৰিল। পুৰুষৰ গ্ৰাসৰ পৰা ৰক্ষা পৰিবলৈ চেষ্টা কৰিলে হয়, কিন্তু নোৱাৰিলে। এতিয়া তাই গৰ্ভস্থ সন্তানৰ মাক। সেৱাশ্ৰমত ভৰ্ত্তি হোৱাৰ পিচতে তাই মুগ্ধ হৈছিল, সেৱাশ্ৰমৰ কাৰ্য্য আৰু আদৰ্শত। জীৱনটো শান্তিত কটাব পাৰিব বুলিয়েই তাই আশা কৰিছিল। তাইৰ মনলৈ আনন্দ আহিল। মনতে তাই ভাবিলে, পাপাত্মা তাইৰ মুক্ত হ'ল।……নানা ধৰণৰ প্ৰশ্ন তাইৰ মনত উঠিল। তাইৰ অন্তৰত দুখে ঠাই ললে। ভাবে আৰু চকুলো টুকি থাকে। লক্ষ্য ভ্ৰষ্ট হৈ ইয়াতে থাকি চিকাৰীৰ আধাৰ হৈ থাকিবনে আন পন্থ লব! দিন চেৰেক পিচতে তাই সন্তানৰ মাক হব। আৰু তাই কোন নাকে সমাজত ওলাব - জহৰা সন্তানৰ মাক- ইপিনে তাইৰ সতীত্বৰ বাখ্যা? ভাব চিন্তাই তাইৰ ৰূপ লাৱণ্য হৰণ কৰিলে। খাবলৈ তাইৰ ইচ্ছা নোহোৱা হ'ল যেন ভোক নাই। তাতশালত বহে হাত ভৰিৰ আঙুলি খিলামুৰী ধৰে। উঘাত সূতালয়, চেৰেকি ঘূৰাৰ দৰে যেন তাইৰ মূৰ ঘূৰাব ধৰে।

ৰামনাথ বিমোৰত পৰিল। বন্ধুবান্ধৱ সকল আহে, কতদিন সিহঁতৰ কামনা তৃষ্ণাক প্ৰত্যাখ্যান কৰিলে, তথাপি সিহঁত আহে। বন্ধু-বান্ধৱ বুলিয়েই নহয় অফিচাৰ, অধ্যক্ষ আদি কৰি গণ্যমান্য লোক সকল আহে সেৱাশ্ৰম চাবলৈ। প্ৰত্যেকৰে মনপ্ৰাণ উতলা হৈ পৰে। সেৱাশ্ৰমৰ প্ৰাকৃতিক সৌন্দৰ্য্য, নাৰীৰ ৰূপলাৱণ্যই মোহিত কৰি পেলায়। হতাশ হৈ সেৱাশ্ৰমৰ পৰা যায় আকৌ আহে। আহিয়েই

থাকে। এওঁলোকৰ জৰিয়তেদি দানপত্ৰও বহু পৰিমাণে আদায় হয়।

ৰামনাথৰ লগৰীয়া বন্ধু-বান্ধৱ সকল সেৱাশ্ৰমত নিৰ্বিবাদে ওলোৱা সোমোৱা কৰে, যেন প্ৰত্যেকেই একোজন পৰিচালক। ৰামনাথে ভাবি-চিন্তি অস্থিৰ হৈ পৰিল। এওঁলোক অহা বন্ধ কৰাৰ উপায় বিচাৰিলে। ......স্ত্ৰী আৰু পুৰুষ কিয় ইমান আলগ নিলগ। প্ৰকৃতি পুৰুষৰ সম্বন্ধৰ কাৰণে ধৰাৰ প্ৰাণী জগত। পুৰুষ-স্ত্ৰীৰ যি নিবিড় সম্বন্ধ, তাক কিয় সমাজে ভেটা দিয়ে ? সি ভাবি যায়। স্ত্ৰী-পুৰুষৰ সম্বন্ধইতো সভ্যতাৰ অসভ্যতা নুবুজায়! পুৰুষে কত স্ত্ৰীৰ লগত সম্বন্ধ কৰে কিন্তু পুৰুষৰতো কোনো প্ৰশ্নই নুঠে। উঠে স্ত্ৰী চৰিত্ৰহীনা। সেৱাশ্ৰমৰ তিৰোতা বোৰে যদি পুৰুষৰ লগত কামনা বাসনা পূৰণ কৰে তেতিয়া হলে সিহঁতৰ জীৱন বোৰে তৃপ্তি পাব। আন্তৰিক কামনা-বাসনাৰ পৰা ইহঁতক নিলগত ৰখা জানো উচিত হৈছে। কাম কৰিছে খাইছে। কিন্তু জীৱনটো কাম কৰা আৰু খোৱাৰ কাৰণে জানো ? মানসিকতাৰ পৰা ইহঁতক নিৰ্য্যাতন বিহাহে হৈছে! ইহঁতৰ জীৱন বোৰ অভিশপ্তা কৰি কিয় তুলিছো! নীৰৱে চিন্তা কৰি থাকে।

* * * *

পুলিচৰ ওচৰ চপাত চাৰুৰ বিপৰ্য্যয়ৰ সীমা নেথাকিল। তাইৰ হাতত থকা টকা কেইটিও পুলিচৰ হাতলৈ গ'ল। মধুনাথৰ লোতাৰ নোহোৱাত পুলিচৰ অনুসন্ধান চলিল। চাৰুৰ মধুনাথ কি হয়, মধুনাথৰ স্ত্ৰী কি হ'ল, এনে ধৰণৰ বহু প্ৰশ্ন চাৰুৰ ওপৰত পৰিল কোনো কথাৰে উত্তৰ যথোচিত ভাবে নেপালে।

সমাজ মধুনাথ আঁতৰাৰ লগে লগে কৰা কচা হৈ পৰিল। মহীনাথৰ ওপৰত বিচাৰ হল। সি দণ্ড ভুগিলে। সমাজক এসাজ খুৱাই

উদ্ধাৰ হ'ল। ...চাকৰ কোনো ক'তো নোহোৱাত আয় উৎপন্ন নাইকিয়া হৈ পৰিল। অৰ্দ্ধাহাৰ অনাহাৰৰ মাজেদি তাই দিন কটাব লগা হ'ল। তাইৰ মাটি কিছুমান চন পৰিল, আৰু কিছুমান গাৰ জোৰেৰে গাৱঁৰ মানুহে দখল কৰিলে।......জীৱিকাৰ কাৰণে তাই দূৰ গাৱঁলৈ ভিক্ষাৰ জুলি লৈ যায়। ভিক্ষা কৰি দিন নিওৱা অসম্ভৱ হৈ পৰিল। ওচৰৰ গাৱঁত কাৰো ঘৰতে সোমাব নোৱাৰে। সৰু লৰা ছোৱালীয়ে তাইক জোকায়। তাই কোনো মতে আঁতৰ হৈ যায়। খাব নেপাই লৰা ছোৱালী চাৰিওটি শুকাই ক্ষীণাই গ'ল। সিহঁতৰ জ্বৰ আহিল। ঔষধ নাই, চিকিৎসা নাই, খাদ্য নাই। চাকৰে এটাৰ পিচত এটাকৈ কোলাত তুলি লয় আৰু মাজে মাজে শুকাই যোৱা জিভাত পানী দিয়ে। কোলাৰ কেচুৱাই কোলাতে চকু মুদিলে। তাই বিনাই বিনাই কান্দিলে। কোনোজন নাহিল। তাইৰ পিনে ফিৰিয়ে নেচালে। এটা সপ্তাহ, সাতোটা দিন। ইয়াৰ ভিতৰতে চাৰিটা সন্তানে মৃত্যুমুখী হ'ল। কোলাৰ কেচুৱাক অকলে লৈ গৈ বাৰীত থৈ আহিল। তাৰ পিচত ছোৱালী জনী। তাইকো থৈ আহিল। তাৰ পিচত ছোৱালী জনীৰ তলৰ লৰাটো তাকো লৈ গ'ল। গাত খান্দিবৰ তাইৰ বল নাই। শৰীৰত অবিৰাম কঁপনি আৰু নিদাৰুণ শোকৰ বিননি। ......ঘৰৰ মজিয়াত বহে হিয়া ভুকুৱাই কান্দে তাই। তাৰ পিচত তাইৰ শেষ সম্বলৰ লৰাটোৱেও শেষ নিশ্বাস এৰিলে। পেটত ভাত নাই গাত তত নাই। আৰু শোকত বিহ্বলা। কান্দোন বিননিত তাইৰ স্বৰ ভাগি গ'ল। মাত নোলোৱা হ'ল।... ঈশ্বৰক খাটিলে তাইকো পাৰ কৰিবলৈ। কিন্তু কণা বিধাতাই তাইক নেদেখিলে।...... তাইৰ বিননিত গাৱঁৰ প্ৰত্যেক তিৰোতাৰ চকুলো ওলাল। প্ৰত্যেকৰে অন্তৰ গলি গ'ল। কিন্তু সমাজৰ হেমটাঙোনৰ ভয়ত তাইৰ খবৰ

লবলৈ কোনো আগ নেবাঢ়িল। তিৰোতাৰ মাজত—"আই ঐ দেহি! ছলি পলি গোটেই কেইটা ঢুকাল! মৰা শ কিটাৰ বা কি বিলাই!" পুৰুষৰ মাজত ওলাল—ডাংকাটি, জহৰীয়ে মজা পাওঁক।, ঈশ্বৰে মজা নিদিলে তাইক কোনেও বশ কৰিব নোৱাৰে। ঘৰখন তায়ে খালে।"......তৰু, লতা, তৃণ, পশু, পক্ষী প্ৰত্যেকেই তাইৰ দুখত পমি গ'ল; কিন্তু নৰ সমাজৰ কাণসাৰ নহল। অচেতন হৈ পৰি থাকে, আকৌ ভাল হয়।

তাইৰ মূৰৰ বিকৃতি ঘটিল। শেঁতা মুখ, ক্ষীণ শৰীৰ। চুলিবোৰ আউল লগা; মূৰত তেল নাই! মাত ভঙা। গাৰ কাপোৰ কুন্ধচ, ময়লা, ছিৰা ফটা। এজনী পাগলী হৈ ওলাল। ঘৰৰ ভিতৰতে মৃত সন্তানক পেলাই থৈ বিনাই বিনাই বাট ওলাল। ঘৰ সম্পত্তিৰ প্ৰতি ফিৰি চাবলৈ শক্তি নাহিল।......দিন গৈয়ে থাকিল, তাই উভতি নাহিল।

* * * *

৬

অৰ্থ সমস্যাৰ সন্মুখীন হৈ পৰাত ৰামনাথ উপায়বিহীন হ'ল। তাৰ মগজু গৰম হ'ল। বজাৰত বস্তু পাবৰ নাই। ধান চাউলৰ দাম অসম্ভৱ ৰূপে বাঢ়িল। সেৱাশ্ৰমৰ উৎপন্ন দ্ৰব্য বজাৰত বিক্ৰী নোহোৱা হ'ল। ৰামনাথে নিজৰ পৈতৃক সম্পত্তি বিক্ৰী কৰি সেৱাশ্ৰমৰ আশ্ৰিতা পালিতাৰ জীৱন ৰক্ষা কৰিবলৈ আগ বাঢ়িল। সমস্ত সমপত্তি বিক্ৰী কৰিলে সেৱাশ্ৰমৰ খৰচ বাঢ়ি গৈ থাকিল। ধাৰৰ সংখ্যা বাঢ়ি গ'ল।

যুদ্ধৰ দিন, ব্যৱসায়ী আৰু যুদ্ধৰ যোগানধাৰী সকলৰ টকাৰ আমদানি। ব্যৱসায়ী সকলে ঠিকা বা অইন ব্যৱসায়ত নিৰ্দ্ধাৰিত লাভতকৈও

বহুগুণে বেচি পায়। যুদ্ধৰ ঠিকাদাৰ যোগানধাৰী সকলৰ মূল্যহীন আৰু মূল্যবান শূন্যৰ লগতে কাৰবাৰ। সোহাতে শূন্য বহুৱাই প্ৰত্যেকে সীমা পাৰ হৈ লাভ কৰিলে।......আন হাতে এক শ্ৰেণীয়ে ধনৰ অভাৱত কেৰেপা লাগিল। টকা যাৰ নাই সিহঁত অনাই বনাই ফুৰিলে। খাব নেপাই মৃত্যুৰ মুখত পৰিল।...অতিপাত ধন লাভত, শূন্য ব্যৱহাৰকাৰী সকলৰ আনন্দত মনপ্ৰাণ উতলা হৈ পৰিল। ধনৰ গৰ্বত সিহঁতৰ ঐতিহ্য চৰিত্ৰ পাহৰিলে। সৈনিকৰ দৰে পিয়া-পি দি পৰিল মাইকী বিচাৰি। আহৰি পৰত এহাতে ব্ৰাণ্ডী হুইস্কি, আন হাতে কাম তৃষ্ণাৰ সুন্দৰী। বন্ধু-বান্ধৱক নিমন্ত্ৰণ কৰে আৰু মদ মাইকী লৈ অমিয় তৃপ্তিত দিনৰ পিচত দিন নিয়ায়।

জীৱিকাৰ পথ নেদেখি কিছুমানে তিৰোতা লৈ পিপাতুৰ সকলক নিমন্ত্ৰণ জনাই পেট প্ৰবৰ্ত্তাবলৈ লাগিল।......মান সম্ভ্ৰম লাজ কোনেও বিচাৰ নকৰিলে। যুগৰ প্ৰবাহত প্ৰত্যেকেই খোজ দিলে।

বন্ধুবান্ধৱৰ লগতে আহিব ধৰিলে সৈনিক সকল, ঠিকাদাৰ আৰু ব্যৱসায়ী সকল। প্ৰত্যেকে ৰামনাথক পৰম বন্ধুৰ দৰেকৈয়ে ললে। প্ৰত্যেকে সেৱাশ্ৰমৰ ভিতৰলৈ যায় আৰু সেৱিকা সকলৰ কাষ চাপে। পচণ্ড অনুসৰি লগতলৈ সেৱাশ্ৰমৰ বাহিৰ ওলায়।......সেৱাশ্ৰমলৈ হেজাৰ হেজাৰ টকা দান আহিল। লৰিপূৰ্ণ চাউল আটা, লোণ, তেল সেৱাশ্ৰমলৈ ৰামনাথৰ অজ্ঞাতে আহি পৰে। সেৱাশ্ৰমৰ যি অভাৱ থাকে সিয়েই আহি পৰে। ৰামনাথে টেবুল খনৰ ওপৰত দুয়োখন ভৰি তুলি দি চিয়াৰ খনত হেলনীয়া কৈ বহে আৰু ঘৰৰ চিলিং খনলৈ চাই চাই ভাবি থাকে। যি সেৱাশ্ৰম অৰ্থৰ অভাৱত অচলহৈ পৰিছিল, খাদ্যৰ অভাৱত প্ৰত্যেকেই অনাহাৰত থাকিব লগা হৈছিল. ভোকত কলমলীয়া হৈ কণ কণ লৰাছোৱালীবোৰে কান্দিছিল আৰু অভাৱ পূৰ কৰিবলৈ

ৰামনাথে নিজৰ সম্পত্তি বিক্ৰী কৰিব লগা হৈছিল ; আজি প্ৰত্যেকেই পেটপুৰাই খাব পাইছে। যুৱতীৰ মুখত হাঁহি বিৰিঙি উঠিছে ; বিধৱা নিৰ্য্যাতিতা ইতৰ মনৰ মলিনতা আতৰিছে। কপালৰ কোচ খোৱা ৰেখাও সিহঁতৰ নাই। সেৱাশ্ৰমত খাদ্য আৰু ধনৰ ভাণ্ডাৰ গঢ়ি উঠিল।......আকৌ সি ভাবে সি তাৰ আদৰ্শৰ পৰা বিচলিত হৈ সেৱাশ্ৰম ধ্বংস কৰিবলৈ গৈছে। সেৱাশ্ৰমক লক্ষ্যচ্যুত কৰি তাৰ জীৱনটোকে বিপথে পৰিচালনা কৰিলে। তাৰ কাৰ্য্য আৰু চৰিত্ৰৰ ওপৰত জনসাধাৰণে যি মতামত প্ৰকাশ কৰিছিল আৰু তাক এনে পথ ত্যাগ কৰিবলৈ যি উপদেশ দিছিল, আজিতো প্ৰতিফলিত হ'ল। নিজৰ পৈতৃক অতুল ঐশ্বৰ্য্য এৰি সি কি কৰ্ম্ম কৰিলে ? সি হঠাতে টেবুলৰ ড্ৰোৱাৰ টানি লৈ আৰু দহ টকীয়া পৰিষ্কাৰ নোটৰ গাঁথ উলিয়ায়। সি গণিবলৈ ধৰে। এহেজাৰ—দুহেজাৰ—তিনিহেজাৰ—বাসত্তৰ হেজাৰ। আৰু একলাখলৈ আঠাইশ হেজাৰ বাকী। মাত্ৰ দুটা মাহতে! আৰু হব .....হয়তো ইয়াতকৈ বেচি! পুনৰ সি জমা খৰচৰ বহী চায়। আঢ়ৈশ বস্তা লাহী চাউল, এশ দহ বস্তা আটা, দুইবেল সূতা, লোণ বিশ বস্তা, মিঠা তেল আৰু কেৰাচিন্ তেলৰ হিচাব উঠা নাই, পাত লুটিয়াই চায় আৰু জমা মালৰ হিচাব নাই।

ড্ৰোৱাৰত তালা লগাই থিয় হ'ল। সি গুদাম চাব গ'ল। গুদাম ঘৰত দেখে বিস্কুট, মাখন, হৰলিক্সৰ টিং, সেই বিলাকৰে পেক কৰা, বাকচেৰে ভৰ্ত্তি। তাৰ পিচত দেখে বহুত ৰাগ-কম্বল। দুৱাৰ বন্ধ কৰি শিশুমঙ্গল ঘৰটোলৈ যায়। তাৰ পিচত সি নাৰীমঙ্গল গৃহলৈ যায়। বাৰাণ্ডাৰে ভিতৰ ফালে চকু ফুৰাই আছে। সেৱাশ্ৰমৰ সেৱিকা সকলৰ আমূল পৰিবৰ্ত্তন, কপালৰ সেন্দুৰৰ ফোটৰ বাহিৰে গাত মূল্যবান, শাৰী-মেখেলা ব্লাউজ-চাদৰ আৰু চুলিত আমোল মোলাই থকা গোন্ধ

তেল। গালত পাউদাৰ। প্ৰত্যেকৰে মুখত হাঁহি নিৰিড়ি উঠিছে। মৃদুগতিত সেৱিকা সকলৰ বেহ ৰূপ চাই নিজৰ খোটালীত আহি সোমাল।

আলমাৰীৰ পৰা এখন 'ঈশ্বৰৰ অস্তিত্ব আৰু মানুহ' নামৰ বৃহৎ দৰ্শনৰ কিতাপ উলিয়াই লৈ ইজি চিয়াৰ খনত বহিল। ভৰি দুখন গোনকৈ আন এখন টেবুলৰ ওপৰত থলে। কিতাপ খন মেলি ললে; সি ভাবিব ধৰিলে সি ক'ত? সেৱাশ্ৰমৰ সেৱিকা সকলক আনপুৰুষৰ তৃপ্তিৰ কাৰণে এৰি দি সেৱাশ্ৰমৰ সম্বল শকত কৰিছে সচাঁ, কিন্তু সেৱাশ্ৰমৰ আদৰ্শ কি আছিল! সিটো কোনো সেৱিকাকে কোৱা নাই, পুৰুষৰ সঙ্গ লবলৈ; সিতো তাৰ বন্ধু-বান্ধৱ কাকো সেৱিকাৰ কাষ চাপিবলৈ কোৱা নাই, আনকি কোনো ইঙ্গিতো সি দিয়া নাই। পুৰুষ সকল সেৱাশ্ৰমলৈ গলেই তাততো ক্ষতি নাই, সেৱিকা সকলে সিহঁতক কিয় প্ৰশ্ৰয় দিলে! তাৰ বিনা আদেশত কিয় সেৱিকা সকল আনপুৰুষৰ লগত যায়......। সেৱিকা সকলৰ কাৰণে সেৱাশ্ৰম জীয়াই থাকিল। সিহঁতৰ কাৰণে সেৱাশ্ৰম বিপুল ঐশ্বৰ্য্যৰ অধিকাৰী হ'ল। .....ইয়াৰ পৰা কি হব? পুৰুষ স্ত্ৰীৰ সম্বন্ধ পৰস্পৰে তৃপ্তি উপভোগ। ইটো নকৰা কাম নহয়! ইয়াৰ পৰা কি ক্ষতি হব! শোক দুখ নোহোৱাকৈ খাই লৈ থাকি প্ৰাকৃতিক কামনা বাসনা উপভোগ কৰাই জীৱনৰ লক্ষ্য। সেৱাশ্ৰম সেই লক্ষ্যৰ পৰা আঁতৰত থকা উচিত হৈছে জানো? প্ৰাকৃতিক কামনা বাসনাৰ শক্তি, তাকতো নিজেই গঢ়া নহয়। শৰীৰৰ তেজ মাংস গঢ়াৰ দৰে বীৰ্য্যও প্ৰকৃতিৰে উপাদান। পুৰুষে ক্ষয় কৰিব লাগে আৰু স্ত্ৰীয়ে গ্ৰহণ কৰিব লাগে। ইয়াৰ অভিনয় আৰকাপোৰৰ আৰত প্ৰত্যেকেই কৰিছে। অথচ ইয়াতেই সভ্যতাৰ সীমা বন্ধা আছে।

কামনাৰ উন্মত্ততা আৰু তাৰ তৃপ্তি। এয়ে সংসাৰ। প্ৰাকৃতিক কামনাৰ কাৰণে কত যুঁজ বাগৰ, জীৱন বিসৰ্জন আৰু ঘৰ সংসাৰ। মানুহ জানো ইয়াৰ পৰা আঁতৰ হৈ থাকিব পাৰে? ক'তা, কোনোতো নাই...? বাৰু মোৰ ভুল হৈছে! যদি সেৱাশ্ৰমৰ আদৰ্শ ৰাখি চলি যাও, তেনেহলে এই যে সেৱিকা সমাজৰ নিৰ্য্যাতন নিপীড়নৰ পৰা মুক্ত পাবলৈ আশ্ৰয় লৈছেহি, ইহঁতৰ জীৱনবোৰ প্ৰাকৃতিক তৃষ্ণাৰ পৰা বঞ্চিত হব! সিহঁতে সিহঁতৰ প্ৰাকৃতিক কামনা পূৰণ কৰিব নোৱাৰিলে, যেতিয়া সিহঁতক প্ৰাকৃতিক উন্মত্ততাই উন্মত্ত কৰি তুলিব, তেতিয়া সিহঁতৰ অতীত জীৱনৰ দুখ-শোকে খুন্দিয়াবলৈ ধৰিব। তেতিয়া সিহঁতৰ মনলৈ এটাৰ পিচত এটাকৈ চিন্তা-শোক আহিব আৰু চকুলো টুকি অন্তৰ ক'লা কৰি পেলাব। অকল জানো পেটৰ আধাৰ কেইটিৰ কাৰণে জীৱন? সিহঁতৰ জীৱনবোৰ আনন্দ স্ফুৰ্টিত ৰাখিব নোৱাৰিলে দুখ চিন্তাই তিল তিলকৈ দংশি নিব। খোৱা-লোৱা-কামনা-বাসনা আনন্দ-স্ফুৰ্টি, উপভোগ কৰাই সম্পূৰ্ণ জীৱন।

বুদ্ধৰ অৱসান ঘটাৰ লগে লগে কি হব? সেৱিকাবোৰে পিন্ধন, উৰণ, খোৱা, লোৱা, আমোদ প্ৰমোদ সকলোৰে পৰা বঞ্চিত হব লাগিব। সময়ৰ সাধাৰণ সোঁতত জানো সিহঁত সন্তালি থাকিব...।

সবলাই সাধাৰণ বেশে আহি ৰামনাথৰ ওচৰত তলমূৰকৈ থিয় হলহি। ৰামনাথ হঠাত অপ্ৰস্তুত হোৱাৰ দৰে হ'ল। সবলাৰ লগত ৰামনাথে আমোদ কৰিছে, এদিন নহয় কেবাদিনো। কিন্তু আনন্দ নেপালে। তাইৰ মুখৰ পৰা কোনো দিনে এষাৰি মাত নতুবা হাঁহি দেখা নেপালে। প্ৰাকৃতিক কামনাৰ পৰা যে সবলা বাহিৰ সি বুজিছিল। তাইৰ লগত আনন্দ তৃপ্তি নোপোৱাৰ হেতু ৰামনাথে তাইক পিচলৈ আমনি কৰা

নাছিল। হঠাতে কিয় আহিল? এয়ে হল তাৰ প্ৰশ্ন। তাইতো কোনোদিন অহা নাই?

'সবলা!

'প্ৰভু!

'তুমি কিয় আহিছা!

'মোক বিদায় দিয়ক!

'বিদায়, ক'ত যাবা!

'এতিয়াও ঠিক কৰা নাই।

'তেনেহলে?

'জীৱনৰ মুক্তি বিচাৰি যাম। ক'ত যাম কব নোৱাৰো।

'তোমাৰ কথাতো মই বুজিব পৰা নাই! নিশ্চয়কৈ মোৰ ওপৰত অসন্তুষ্ট হৈছা?

'কাৰো ওপৰত মই অসন্তুষ্ট নহয়।

'মই যে তোমাৰ সতীত্ব ভ্ৰষ্ট কৰিছো।

প্ৰভু! আপোনাকতো মই বাধা কৰা নাছিলোঁ—

কোনোদিন তোমাৰ মুখত হাঁহি বিৰিঙি নুঠিল, কোনোদিন তোমাৰ ইচ্ছা নাছিল। মই·বল প্ৰয়োগ কৰি......।

'প্ৰভু, তেনেধৰণে মোক আঘাত নিদিব। দ্বিতীয় পুৰুষৰ পাণি-গ্ৰহণ কৰিলে জানো সতীত্ব লোপ পায়? আপোনাৰ প্ৰতি মোৰ কোনো খেদ নাই। মোক বিদায় দিয়ক। মই......তাইৰ চকুলো ওলায়।

'সবলা! তুমি যে কান্দিছা! কোৱাচোন কিয় যাব ওলালা—?

'অভিশপ্তা জীৱনৰ মুক্তি ক'ত হব?......তাইৰ চকুলো ওলাব ধৰে।

বুজিছো সবলা! দুষ্ট প্ৰকৃতিত ৰুষ্ট হৈ মোৰ ওচৰত বিদায় মাগিছা! মই মোৰ ভুল বুজি পাইছো. সবলা। নিয়তিৰ চক্ৰত পৰি মই আদৰ্শৰ পৰা বিচলিত হৈছো! কি কৰো কি নকৰো ভাবি অস্থিৰ হৈছো সবলা! উপায় পোৱা নাই।

'প্ৰভু! মোক বিশ্বাস কৰক। মই আপোনাৰ ওপৰত নহয় কাৰো ওপৰত ৰুষ্ট হোৱা নাই। মোৰ জীৱনৰ যি লক্ষ্য আছিল সেই লক্ষ্য সাধনৰ কাৰণে যাব ওলাইছো।

'সেৱাশ্ৰমে জানো তোমাৰ লক্ষ্য পূৰ কৰিব নোৱাৰিব!

সবলা নিমাত হৈ পৰিল আৰু চকুলো মচিব ধৰিলে।

'চৈধ্য বছৰে এই সেৱাশ্ৰমত কটালো। স্ত্ৰী ঢুকুৱাৰ লগে লগে বৈৰাগী হৈ ঘৰৰ বাহিৰ ওলালোঁ। স্ত্ৰী স্পৰ্শ নকৰা মোৰ ব্ৰত আছিল। কি যে হ'ল, মই কব নোৱাৰো......তিৰোতাৰ মাজত থাকোতে থাকোতে মই মোৰ অস্তিত্ব বিসৰ্জন দিব লগাত পৰিলোঁ।

'প্ৰভু! আপোনাৰ কাৰণে নহয়, আপুনি কিয় ভুল বুজে!

'সবলা! ভুল নহয় সত্য। মই এই ব্ৰত লৈ কিয় বাজ ওলালোঁ। ......দ্বিতীয় সংসাৰ কৰি নিভুৰ্ল বাটেৰে যাব এৰি ক'ত পৰিলোহি, তাকেই মই ভাবিছোঁ। সেৱাশ্ৰমৰ আদৰ্শ ভ্ৰষ্ট কৰি পেলালোঁ। বেশ্যালয় ইয়াতকৈ তুচ্ছ নহয়, তাৰো বৰং সত্যতা আছে; কিন্তু সেৱাশ্ৰমৰ সিও নাই।

'প্ৰভু! সেৱাশ্ৰমৰ ওপৰত কিয় দোষাৰোপ কৰে?

'সবলা। মই নিজে পৰিচালক হৈ সেৱাশ্ৰমৰ সেৱিকা সকলক আন পুৰুষৰ ওচৰত অৰ্পণ কৰি সেৱাশ্ৰমৰ আশ্ৰিতা পালিতা সকলৰ জীৱন ৰক্ষা কৰিছোঁ, ইয়াত বাজে মোৰ আন সম্বল নাছিল, ই পৰিতাপৰ কথা।

তাৰ খোটালীত আন মানুহ সোমাই আহিল, সবলা আঁতৰি গ'ল। ......ৰামনাথৰ মনটো খুদ খুদাই থাকিল। সবলাৰ কি হ'ল, তাই কিয় যাব ওলাল! আন আন সেৱিকাৰ লগত সবলাক তুলনা কৰিলে। সবলা কাৰো লগত নিমিলিল। যি ব্ৰত ধৰিছে, তাই এৰা নাই। চাৰি বছৰ থাকিল, কিন্তু আন আন সেৱিকাৰ নিচিনা তাইৰ পৰিবৰ্ত্তন নাহিল। যি আৰু সেই।

ৰামনাথ চিন্তান্বিত হৈ পৰিল। সবলাই কি বিচাৰে, তাইৰ মনৰ কামনা কি জানিবলৈ উদ্বিগ্ন হৈ পৰিল। সবলাৰ যদি ইচ্ছাই নাছিল, আপত্তিতো কৰিব পাৰিলে হয়। তাৰ অধীনত থকা গতিকে তাই অবাধ্য নহল, নিজৰ ইচ্ছাৰ বিৰুদ্ধে গ'ল।......তাৰ পিচত সন্ধিয়া আহিল। বন্ধু সকল আহিল নিজৰ নিজৰ ৰুচি লভি আঁতৰিল। উদ্বিগ্ন মনেৰে টানি ধুহি সময় নিয়ালে। সেৱাশ্ৰমৰ সকলোৰে খোৱা লোৱা হ'ল। ৰামনাথে সবলাক মাতি আনিলে।

' সবলা। কোৱাচোন কিয় তুমি যাব ওলাইছা ?

' প্ৰভু। আজি বহুদিনৰ পৰা মোৰ মনটো অস্থিৰ হৈ পৰিছে। স্বামীৰ বাহিৰে মই ক'তো শান্তি নোপোৱা হৈছোঁ। স্বামীৰ দৰ্শন লভিবলৈ মই যাব ওলাইছো। নও বছৰ কাল স্বামীৰ পৰা নিলগত আছো। স্বামী বিনে মোৰ ক'তো সুখ নহ'ল।

' কি, তুমি বিধৱা নহয় ?

' প্ৰভু!..... তাই কান্দিলে।

' সবলা, বুজিছো। তুমি নেকান্দিবা। অত বছৰৰ মুৰত গৈ ওলালে তোমাৰ মহা বিপদ হৈ পৰিব। গিৰিয়েৰাই তোমাক ঠাই নিদিব। সমাজে তোমাক অমানুষিক যাতনা বিহিব। মিছাকৈয়ে জীৱন টোক কষ্ট নিদিবা। তোমাৰ অভিৰুচি মতে থাকা। তুমি যিমানে

চৰিত্ৰৱতী নোহোৱা তোমাৰ কথা দলিয়াই পেলাব। ৰামায়ণৰ কথাকে চোৱা, সীতাৰ ওপৰত শ্ৰীৰামচন্দ্ৰই কোনো মতে বিশ্বাস আৰোপ কৰিব নোৱাৰিলে। কত পৰীক্ষা কৰিলে। তথাপি ৰাম-চন্দ্ৰ, সমাজ—সন্তুষ্ট নহল।......স্ত্ৰীৰ মাজত থাকি থাকি অৱশেষত সঙ্গ দোষত মই প্ৰতিজ্ঞা ভঙ্গ কৰিব লগা হ'ল। অকল সেয়ে নহয় সেৱাশ্ৰমৰ আদৰ্শকে, অৰ্থ সম্বল হেৰুৱাই জলাঞ্জলি দিলোঁ।।

'প্ৰভু! তাৰ কাৰণে তো কোনো সেৱিকাই আঘাত পোৱা নাই। এইটোও ঈশ্বৰৰ ইচ্ছাতে হৈছে। নহলে সেৱাশ্ৰমৰ প্ৰত্যেকটি প্ৰাণীয়ে অনাহাৰে মৰিব লাগিল হেতেন।

'তেনেহলে তুমি কিয় যাব ওলালা ?

'প্ৰভু! স্বামীৰ পৰা আঁতৰ হৈ জীৱনত ব্ৰত কৰিলোঁ। দ্বিতীয় পুৰুষৰ সঙ্গ নলবলৈ। কিন্তু দেখিলো স্ত্ৰী-পুৰুষৰ সঙ্গমতে গোটেই সংসাৰ খন চলিছে। পেটৰ ভাত মুঠিৰ কাৰণে জীৱন। আৰু সেই ভাত মুঠিৰ কাৰণে মানুহৰ কাম, ক্ৰোধ, লোভ, মোহ। জীয়াই থকাৰ হেতু পুৰুষ স্ত্ৰীৰ সঙ্গম। মোৰ একমাত্ৰ কামনা আছিল লোকসেৱা কৰি অভিশপ্তা জীৱনক মুক্ত কৰা। সেই পথ বিচাৰি নেপালোঁ। স্বামীৰ দৰ্শন পালেই নিৰ্য্যাতন নিপীড়ন অকাতৰে সহি যাম। স্বামীৰ দৰ্শন লৈ চকু মুদিব পাৰিলেই মোৰ আত্মাৰ সদ্গতি হব !

'সৰলা! তুমি মোৰ ভুল ভাঙিলা। মোৰ আচৰণৰ কাৰণে জানো ক্ষমা দিবা ?

প্ৰভু! আপুনি মোক দুখ দিয়ে কিয় ? তিৰোতাৰ ৰূপ লাৱণ্যৰ মাজত পুৰুষ থাকিলে কামাতুৰ হোৱা নিশ্চিত। প্ৰথমে মই সেৱাশ্ৰমত সোমাই আপোনাৰ ওপৰত সদায় লক্ষ্য ৰাখি

ছিলো। আপোনাৰ মহানুভৱতাত মই নতশিৰ হলোঁ। আপোনাৰ আচৰণৰ প্ৰতি মই কোনো দিন অতিষ্ঠ হোৱা নাই। মোৰ জীৱনৰ ব্ৰত গতিকেই মই কাৰো কাষ চপা নাই। আপুনি যদি দুৱাৰ মুকলি কৰি নিদিয়ে তেনেহলে সেৱাশ্ৰমৰ ক্ষুধাতুৰৰ আৰ্ত্তনাদত সেৱাশ্ৰম শ্মশানত পৰিণত হলহেতেন। কেগৰাকী মান সেৱিকাৰ পুৰুষৰ লগত সংগম হোৱা গতিকে সিহঁতৰ লগতে সেৱাশ্ৰম জী থাকিল। তাৰ কাৰণে সিহঁত চৰিত্ৰহীনা বা বেশ্যা হব নোৱাৰে। সিহঁত প্ৰকৃত সেৱিকাই।..... কেজনমান পুৰুষৰ উপভোগ্য হোৱাত সুপ্ত তৃপ্তি সিহঁতেও পালে। প্ৰভু!......তাই ভৰিত ধৰি সেৱা কৰে আৰু বিদায় প্ৰাৰ্থনা জনায়।

'সৰলা! তুমি যাব নেলাগে। তোমাৰ অভিলাষ পূৰ্ণ কৰিম। তুমি থাকা।

'প্ৰভু! তেনে আজ্ঞা নকৰিব।

'তুমি ইয়াৰ পৰা গৈ ক'তো আশ্ৰয় নোপোৱা যদি......।

প্ৰভু! জীয়াই থকাৰ মোৰ ইচ্ছা নাই। জীৱনটো শান্তি নেপালোৱেই এতিয়া যি বাসনা হয় হব। সাদৰেৰে গ্ৰহণ কৰিম।

'সৰলা! ৰাতি বহু হ'ল, যোৱা মোৰ কথা দলিয়াই নেপেলাবা।

* * * *

সৰলা লাহে লাহে গৈ শুই থাকিল। ৰামনাথে সৰলাৰ প্ৰতিশব্দৰ প্ৰতি চাই থাকিল। সি আকাশ পাতাল ভাবিব ধৰিলে। এনে এজনী তিৰোতা, যাৰ জীৱনৰ ব্ৰত আছে, অথচ পুৰুষৰ নিৰ্য্যাতনৰ কাৰণে তাই কোমল জীৱনটো তিল তিল কৈ দহি নিয়ালে। কিয়

তাই গিৰিয়েকক এৰি আহিল ?..নিজৰ জীৱনটোক কলুষিত কৰাৰ কাৰণে তাৰ পৰিতাপ আহিল। সেৱিকাৰ মাজলৈ নেযাবলৈ দৃঢ় হ'ল। বাহ্যিক সমাজৰ পৰা সেৱাশ্ৰম ছিন্ন কৰি আদৰ্শ অটুট ৰাখিব, ইত্যাদি কথা ভাবি ভাবি তাৰ মগজু গৰম কৰিলে। বিছনাত পৰি চট্‌ফটাই থাকিল। টোপনি নাহিল।

ৰামনাথৰ সুপ্ত কামনা সৰলাৰ আগত প্ৰকাশ কৰাৰ দিন ধৰি তাইৰ অন্তৰত ঠাই পোৱা আনন্দৰ ৰেখা আঁতৰিল। খাব লবলৈ মন নোহোৱা হ'ল। মুখৰ পৰা হাঁহি আঁতৰিল। কি কৰে কলৈ যায় তাকে তাই ভাবি থাকে। ভাবি ভাবি উচুপি উচুপি কান্দে। 'পিতাকৰ ঘৰৰ পৰা ওলাই তাই ভুল কৰিলে। আৰু জানো পিতাক মাকে তাইক আশ্ৰয় দিব! কোন মুখে এতিয়া তাই ওলায় গৈ।.. অচিনাকী লোক সকল সেৱাশ্ৰমৰ ভিতৰত প্ৰৱেশ কৰিলে। সিহঁতে উন্মত্ত কামনা পূৰণৰ কাৰণে টকা যাচিলে, মুগা-পাটৰ কাপোৰ, মূল্যবান গহনা-পাতি উপহাৰ স্বৰূপে দিলে। এদিন নহয়, দিনৰ পিচত দিন; সদায়ে নতুন নতুন মানুহৰ সমাবেশ। প্ৰথম দিনৰ দিনাই পুৰুষৰ আমন্ত্ৰণ প্ৰত্যাখ্যান কৰি সেৱাশ্ৰমৰ ভিতৰতে পলাই থাকিল। বিশেষ উত্তৰ নিদিলে। বহু কথাকে তাই গমি চালে।···পুৰুষৰ হাত এৰাবলৈ সেৱাশ্ৰমত আওচনীয়া ঠাইত থাকি নিজৰ কামবোৰ কৰি যায়। ৰাতি বিছনালৈ আহি শোৱে। সেৱিকা সকলৰ অনুপস্থিতিত বিছনা বোৰ শুদা হৈ পৰি থকা দেখে, তাইৰ শৰীৰ ভয়তে কঁপি উঠে।

এতিয়া তাই দ্বিতীয় গৰ্ভস্থ সন্তানৰ মাক। গৰ্ভস্থ সন্তানেই হ'ল তাইৰ গলগ্ৰহ। ভ্ৰূণ হত্যা কৰি সমাজৰ অপযশৰ পৰা হাত এৰাবলৈ মত নজন্মিল। সমাজৰ পৰা ৰক্ষা পালেই, ভগবানৰ পৰা ৰক্ষা নপৰে।

অভিশপ্তা জীৱনত আৰু পাপ জাপি নলবলৈ ইচ্ছা কৰিছিল। সেইবিলাক সকলে ভ্ৰূণ হত্যাৰ কথা কত কলে, কিন্তু তাই ধীৰ স্থিৰ হৈ নিগাতে থাকিল। নৰহত্যা, আপোন হাতে সন্তান বধৰ কথা মনলৈ আহিলে গা শিয়ৰি উঠে। উচুপি উচুপি কান্দে।

পেটৰ আধাৰৰ কাৰণে তাইৰ দেহ আনৰ ওচৰত অৰ্পণ কৰিব নোৱাৰে। তাই নিজে কৰ্মী। কাম কৰি অনায়াসে জীৱিকা মোকোলাব পাৰে।

* * * *

স্বামী দেৱতাৰ দৰ্শনৰ কাৰণে তাই অস্থিৰ হৈ পৰিল। কতো কোনেও তাইক শান্তি দিব নোৱাৰে। স্বামীৰ মুখলৈ চাই থাকি ভাত পানী এৰিব পাৰে। অপযশ, লাঞ্ছনা, নিৰ্য্যাতন সকলো ভুগিব, তথাপি স্বামীৰ দৰ্শন লাভ কৰিব, এয়ে তাইৰ কামনা। . তাইৰ অবিহনে চাৰুৰ অত্যাচাৰত গিৰিয়েক কিজানি ক্ষুব্ধ হৈ পৰিছে! গিৰিয়েকে কিজানি ভুল বুজি পাই তাইক বিচাৰিছে? জানোচা গিৰিয়েকৰ আলানি আথানিৰ সীমা নোহোৱা হৈছে ইত্যাদি চিন্তাই তাইক উত্তেজিত কৰি তোলে।

তাৰ দুদিন পিচত। ৰাতি তাই সেৱাশ্ৰমৰ পৰা বাহিৰ হ'ল। সামান্য কাপোৰ খিনি সেয়ে তাইৰ সম্বল। গহীন মাজ নিশা অকলে, স্বামীৰ ঘৰলৈ যাত্ৰা কৰিলে। সেই দিনাও তাই বাহিৰ হৈছিল মাজনিশাৰ গহীনতাত আজিও সেই একে ক্ষণতে।

চকু আগলৈ ৰাখি অবিৰাম গতিত এখনৰ পিচত এখন ভৰি পেলাই অগ্ৰসৰ হৈছে; পিচলৈ ফিৰি চোৱা নাই, কালৈকো কেৰাহীকৈও চোৱা নাই, মাত্ৰ তাই চাইছে লক্ষ্যস্থললৈ আৰু কিমান দূৰ! ৰাতিৰ এন্ধাৰ,

বনৰীয়া হিংস্ৰ জন্তুৰ চলাচল, বুঢ়া-ডাঙৰীয়া সকলৰ গতানুগতিক যাত্ৰা, দেওভূতৰ বাধা, একোলৈকে ভ্ৰূক্ষেপ কৰা নাই। মহাসমৰৰ বৰ্ব্বৰ সৈন্যৰ দল, কোনেও তাইক বাধা দিব নোৱাৰিলে।…ৰাতি পাৰ হ'ল পূবে ৰঙালি ৰদ ওলাল। কাউৰীয়ে কেল কেলাই ওলাল। ধীৰে সুস্থিৰে আন আন পশু পক্ষীও আধাৰ বিচাৰি দিনটোলৈ ওলাল। ৰাতি পুৱাল বুলি তাই নেথামিল। তাৰ পিচত দুপৰ হ'ল।

শৰীৰ ক্ৰমাত অচল হৈ পৰিল। প্ৰথম খোজ দিয়াৰ পিচৰ পৰা তাইৰ মুখত এটোপ পানী নাই, তিল মানো ক'তো ৰোৱা নাই। অদম্য ইচ্ছা শক্তিৰ বলতে অজ্ঞাততে আহি আছিল। লাহে লাহে বেলি ভাটী দিব ধৰিলে, শৰীৰ ক্লান্ত হৈ পৰাত বেগৰ মাত্ৰা কমিল। ভৰিৰ খোজ পৰাৰ ঠিক নোহোৱা হ'ল। ভোকে অৱশতা বঢ়াই তুলিলে। পিয়াহত অণ্ঠ কণ্ঠ শুকাই গ'ল। সূৰ্য্য পাতত বহিল।

বাটৰ দাঁতিত এজোপা প্ৰকাণ্ড আহত গছ। তাৰ কাষতে অপেটি নামৰ পাচ পূৰা মাটি জুৰি থকা বিৰাট পুখুৰী। পাৰত কিছুমান ফুল কটা শিল। পুখুৰী জাবৰিত পৰিণত হৈছে। পিটনিৰ ওপৰত ডাঙৰ ডাঙৰ গছ গছনি। জাবৰিৰে পূৰ্ণ হৈ থকাৰ হেতুই ইপাৰ সিপাৰ নেদেখি। ওখ বহল পাৰ। পাৰৰ পৰা জাবৰিলৈ চাৰিও কাষ পদুম ফুলেৰে পূৰ্ণ। আহত গছ জোপাৰ কাষৰ শিলক সাঙুৰি পুখুৰীৰ গভাললৈ এডাল শিকলি। পাৰত থকা অংশটোৰ বাহিৰে বাকীখিনি দেখা নেযায়। গহীন নিশা যেতিয়া বিশ্বজগত নীৰৱ নিস্তব্ধ হৈ পৰে জাবৰিৰ মাজত হাতৰ চাপৰিৰ জাউৰী, খোল, তাল, বৰকাঁহ বাজি উঠে। অটব্য অৰণ্যৰ মাজত বকুল গছৰ তলত থকা থানৰ পৰা

শকত ওখ বগা ধোঁৱাত উঠি জুমুক জুমুক কৈ মূৰত বগা পাগুৰি মাৰি বুঢ়া ডাঙৰীয়া আছে। আহত গছ জোপাত ঘোঁৰা বান্ধি বুঢ়া ডাঙৰীয়া পুখুৰীৰ ভিতৰলৈ য়ায়।

গছ জোপাৰ তলতে বিৰাট পুখুৰীটোৰ ক্ষুদ্ৰ ঘাট। বাটকৰাই গছ জোপাৰ তলত জিৰাই, সেই ঘাটেই পানী খায়।

এন্ধাৰ আহি জুমি ধৰাৰ ছেগতে সৰলাই অক্লান্ত জৰ্জৰিত প্ৰসূতী শৰীৰ আহতৰ তলত থিতাপি কৰিলে। এন্ধাৰৰ মাজেদি ঘাট বিচাৰি উলিয়ালে। হাত ভৰি ধুই, মূৰত দুচোলমান পানী ললে। পদুমৰ পাত ছিঙি পানী লৈ ইচ্ছা পূৰাই খালে। ফাগুনৰ বতাহত পৃথিবী শুকাই ফাট মেলাৰ পিচত বৰ্ষা আহি জীপ দিয়ে। ৰাতিৰ পিচত ওৰে দিন প্ৰসূতী শৰীৰেৰে পৰিশ্ৰম কৰোতে শুকাই যোৱা অণ্ঠ কণ্ঠত পানী পৰাত জীপ আহিল।

প্ৰায় দিনে আহতৰ তল সাৰি মচি নৈবেদ্য ফল দিয়ে। কোনোৱে সপোন দেখে, কোনোৱে চক খায়, কোনোৱে ভবিষ্যত মঙ্গল কামনা কৰি চিদিৰা নধৰিবলৈ গছ জোপাক পূজা দিয়ে। পুখুৰীৰ পৰা মানুহৰ ঘৰ আঁতৰত। অকলে অকলে সেই বাটেদি বাটকৰা মানুহ নগৈছিল। সৰু ল'ৰা ছোৱালীক সেই বাটেদি নিয়া বাধা আছিল। গাড়ী, দোলাত পুখুৰী পাৰত বাটেদি উঠি নগৈছিল। ক'লা, ৰঙা কাপোৰ পিন্ধি যোৱা নিষেধ আছিল। ওচৰ কাষৰ গাৱঁৰ মানুহে পূজাই-পাতলে, বিয়াইবিহুৱে পুখুৰী আৰু আহত গছত ঠগিকৰণ প্ৰথমতে দিব লাগিছিল।

সাৰি পুচি থোৱা আহঁতৰ তলতে শিয়াৰত মূৰ থৈ বিশ্ৰাম ললে। প্ৰসূতীৰ বিষ বেদনা বাঢ়ি আহিল। বেদনাত চটফটাবলৈ ধৰিলে। ভৰি-হাত টানি ধৰিলে। কিছু পৰৰ মূৰত প্ৰসব হ'ল। সন্তানক

হাতত তুলি লৈ কোনো মতে চুচৰি গৈ পুখুৰীৰ পানীৰে সন্তানক ধুৱালে। তাৰ পৰা কোনো মতে উঠি আহি পদুমৰ পাতত সন্তানক থৈ তাই অচেতন হৈ পৰিল। অনাহাৰ, পৰিশ্ৰমত. জঠৰ হৈ পৰা শৰীৰত প্ৰসূতী বেদনা বাঢ়ি আহিল।

শেষ

